# নামঘৰ বা হৰিমন্দিৰ

ধলবসত্ৰৰ
শ্ৰীশ্ৰীযুক্ত তীৰ্থনাথ গোস্বামীৰ দ্বাৰা
বিৰচিত।

১ম তাঙ্গৰণ
১৯৫০

প্ৰকাশক আৰু প্ৰাপ্তিস্থান :
সত্ৰ পুথি ভঁৰাল, ধলবসত্ৰ

[ ৬ ]

মূল্য ৸৵০ অনা

# —শুদ্ধবৰণী—

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | লাইন |
|---|---|---|---|
| প্ৰচাৰৰ | প্ৰচাৰৰ | ১ | ৯ |
| সকলেৰে | সকলোকে | ৫ | ৭ |
| ভাগবতে | ভগবতে | ৬ | ২ |
| যন্তেৰে | যত্নেৰে | ৬ | ৪ |
| কিসাক | কিসক | ৬ | ৮ |
| অনেক | সমস্ত | ১১ | ৪ |
| ভাগবতং | ভাগৱত | ১১ | ১৫ |
| তাব | তাৰ | ১১ | ১৬ |
| আলাচনা | আলোচনা | ১৬ | ১১ |
| পদৰ | পদৰ পৰা | ২০ | ২ |
| কাপোৰ | কাপোৰৰ | ২১ | ৪ |
| সাধন | সাধক | ২২ | ৬ |
| কৰা | সেৱা কৰা | ২২ | ১০ |
| সকলেৰ | সকলৰ | ২২ | ১৪ |
| সিটো | সিটো শিষ্যে | ২২ | ১৬ |
| তেনেবোৰৰ | তেনে ধাৰক | ২৩ | ৩ |
| শ্ৰীধনঞ্জন | শ্ৰীধনজন | ২৩ | ৫ |
| শ্ৰীধন অথ | শ্ৰীধন অৰ্থ | ২০ | ৭ |
| গুৰুৰ | গৰুৰ | ২৩ | ১১ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | লাইন |
|---|---|---|---|
| অদ্ভুত | অদভূত | ২৩ | ১৮ |
| নন্দৰ | নন্দৰ নন্দন | ২৪ | ৮ |
| কাৰ্য্য | কৰ্ম্ম | ২৪ | ১১ |
| মূল সেৱা | শুৰু সেৱা | ২৪ | ১২ |
| জন্মিলৈ | জন্ম লৈ | ২৫ | ৭ |
| শ্ৰী ভ্ৰষ্ট | শ্ৰীভ্ৰষ্ট | ২৫ | ১২ |
| কৰিব | কৰাব | ২৫ | ২০ |
| নাত্যাদিব | নাত্যাদিৰ | ২৬ | ৩ |
| আয়ুলী | আয়ু নী | ৩০ | ১০ |
| নিজক | নিজকো | ৩০ | ১২ |
| গাঁৱতে | গাৱঁতে | ৩০ | ১৪ |
| বযোবদ্ধ | বযোবৃদ্ধ | ৩০ | ১৭ |
| সাধীনতাব | স্বাধীনতাৰ | ৩১ | ১৫ |
| সজপূৰ্ণ | সম্পূৰ্ণ | ৩১ | ১৮ |
| শ্বাভাবীক | স্বাভাৱিক | ৩১ | ৫ |
| অনানত | অনাটনত | ৩২ | ১২ |
| ঘৰলৈ | ঘৰত | ৩২ | ১৯ |
| শটলাৰ | শ টকাৰ | ৩২ | ২০ |

( মহাপুৰুষ শ্ৰীশঙ্কৰ মাধৱদেৱৰ গাওঁ সংগঠন গাওঁ সংস্কাৰ )
৩২ পৃষ্ঠাৰ শেষ লাইন বাদ পৰিব।

| | | | |
|---|---|---|---|
| যাহ দিযা | যাহ নিওৱা | ৩৫ | ৫ |
| প্ৰতিপাল কৰাৰ বিষয়ে | প্ৰতিপাল কৰিবৰ কাৰণে | ৩৬ | ৭/৮ |
| পৰালি | পৰলি | ৪২ | ৩ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | লাইন |
|---|---|---|---|
| অানেক | আনক | ৪২ | ১০ |
| সদৰ | সত্ৰৰ | ৪৭ | ৭ |
| কিছু | কি | ৪৮ | ৩ |
| সদকৰ্ম্মত | সদকৰ্ম্ম | ৫৩ | ১৩ |
| শৰীহিন | শিৰতিন | ৫৭ | ১০ |
| নিজ | নিজৰ | ৫৮ | ৯ |
| কীৰ্ত্তনেৰে | কীৰ্ত্তন | ৫৮ | ১৯ |
| চুলি | চুৰি | ৬২ | ১৩ |
| তিনিবাৰও | তিনিবাৰ | ৬৩ | ১৫ |
| কপালত | শিৰত | ৬৩ | ১৫ |
| পিতামহ | পিতামহে | ৬৪ | ১১ |
| সবাই | শৰাই | ৬৫ | ১২ |
| আসাত | আশাত | ৬৭ | ১৩ |
| সকলেৰ | সকলৰ | ৬৭ | ১৬ |
| নিন্দাৰ | নিন্দাৰে | ৬৮ | ২১ |
| ঠাণ্ড মাও | ঠাত মাত | ৬৯ | ১৮ |
| সি মহাপাপীৰ | পাৰ মহাপাপৰ | ৭. | |

# জনাব লগা প্ৰথম কথা।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ, মাধৱ দেৱে ধৰ্ম্ম প্ৰচাৰৰ লগে লগে গাঁও সংগঠন, গাঁও উন্নয়ন, আদি ধৰ্ম্ম কৰ্ম্মৰ ৰীতি নীতি আচাৰ প্ৰৱৰ্ত্তনত মানুহৰ কৈল্যাণ কামনাত, ধৰ্ম্মৰ দৌল স্বৰূপ নাম ঘৰকে বৈকুণ্ঠ সজাই মিলা প্ৰীতিৰে তিথি, পৰ্ব্ব, ভাৱনা, যাত্ৰা, উৎসৱ, ঈশ্বৰসেৱা, ঈশ্বৰ উপাসনা, একাত্মতাৰে গাঁও বিলাকক স্বৰ্গ যেন কৈ সজাই লব পৰা উপায় দি গৈছিল একমাত্ৰ নাম ঘৰ।

কালৰ কুটিল গতিত তেনে বোৰ ধৰ্ম্মৰ বান্ধোন চিন্ন ভিন্ন হৈ স্নেহ শ্ৰদ্ধা প্ৰীতি লালনা সত্য অহিংসা বিশ্বাস আতৰি গৈ গাঁও বিলাকত অমিলা অপ্ৰীতি হিংসা বৈৰতা নিন্দা ঘৃণা চোৰ ডকাইত মিছা বেশ্যা, ফাকি ঠগ, প্ৰৱঞ্চনা, অন্যায়, অত্যাচাৰ, দম্ভ, দ্বেষ্য, দন-কাজিয়া, অহঙ্কাৰ, অশৃঙ্খলা অনৈক্যতা, কাকোকতো নমনা, কাৰো কথা কোনেও নুশুনা, গাওঁফটা খেল কটা, ঈশ্বৰত অভক্তি সদ আলাপত অশ্ৰদ্ধা, চৃব নোপোৱা, নাম ঘৰ ভাগি উৰ'লিযোৱা, অপালন অপৰিস্কাৰ গাঁওবিলাকক জীৰ্ণ শীন অৱস্থা, গুৰুভকত শিষ্যৰ আত্মবিস্মৃতি অধৰ্ম্ম অন্যায়েৰে উপচি পৰিল।

আধুনিক দেশৰ প্ৰৱল সোঁতত কি দৰে চলিলে বা চলালে ধৰ্ম্মে কৰ্ম্মে নীতি নিয়মে স্বাস্থ্য জ্ঞান গুণে বিদ্যাই ধনে ধানে মানে যশে পৰস্পৰ মানুহে একাত্মীয় ভাবে তিস্থি আন আন সভাদেশৰ লগতে জিলিকি পৰি জয় জয় ময় ময় নদন বদন হব পাৰে তাৰ যত্নতে ধৰ্ম্মৰ মূল ভেটি-নাম ঘৰকে ধৰি লৈ ধৰ্ম্ম কৰ্ম্ম সুচাৰুৰূপে চলিব চলাব পাৰে তেনে আশাতে "নামঘৰ" নামৰ পুথিখনি লৰা লৰিকৈ লিখি অসমৰ সদৌ গাওঁ বিলাকলৈ একোখনি আগ বঢ়ালো গাঁৱৰ মুৰ্ব্বি বড়া বিষয়া মেধি সাতোলা সকলে একোখনি হাতত ললেই গাঁৱৰ যাৱদীয় নীতি নিয়মত সোন কালে সুদক্ষ হৈ নিজে চলিব চলাব পাৰিব বুলি বিশ্বাস।

আমাৰ একমাত্ৰ উদ্দেশ্য যাতে সুহৃদ পঠক পাঠীকা সকলে ধৰ্ম্ম সম্বন্ধীয় দুষ্প্ৰাপ্য কথাবিলাক একেবাৰে খৰচি মাৰি বুজিব পাৰে সেই অভিপ্ৰায়তে



যি পুথিত যি পাব পৰে তেনে বিলাক পুথিৰ নাম উল্লেখ কৰি যোৱা হৈছে। সেই অনুসাৰে যাৱদীয় ধৰ্ম্ম পুথি বিলাক ছপা কৰি সত্ৰ পুথি ভঁৰালত ৰাইজৰ অৰ্থে মজুত ৰখা হৈছে। শঙ্কৰ মাধৱ দেৱৰ ধৰ্ম্ম কৰ্ম্ম ৰীতি নীতি শৰণ ভজণ ভক্তি পৰমাৰ্থ ব্ৰহ্মজ্ঞান লাভ কৰিব পৰা অনেক ৰকমৰ ভকতীয়া পুথি বোৰ দেশে বিদেশে সকলোক বিলাই দিবলৈ যত্ন কৰিছো।

এই পুথিত নিজ নিজ ভাল আৰু মন্দ কৰ্ম্মৰ ফলত যাৰ য'ত জন্ম দুঃখ সুখ ললাট জ্বালা-যন্ত্ৰণা ভোগ কৰিব লগা হয় সেই বিলক অতিৰঞ্জিত নকৰি সাস্ত্ৰোক্ত ভগৱন্তৰ বাণী মাত্ৰ লেখা হৈছে,—ইয়াক অবিশ্বাস কৰিবাৰ কোনো কাৰণ নাই। সত্যতা প্ৰচাৰতো বিদ্যা বুদ্ধি হীণতাৰ দোষত অনেক ভুল ভ্ৰান্তি থাকি যাব পাৰে। সুধীবৃন্দে নিজে সুধৰাই লৈ আমাক জানালে ধন্যবাদ সহঃ সাদৰে গ্ৰহন কৰি দ্বিতীয় তাঙ্গৰণত শুধৰাই দিবলৈ বাধ্য হম।

ইতি

বিনীত—

শ্ৰীতীৰ্থনাথ গোস্বামী

# নামঘৰ

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ

## আৰম্ভণী

অসমৰ গোঁসাই গোস্বামী সন্ত মহন্ত প্ৰত্যেকৰ থান সত্ৰ আদি ভকত অভকত শৰণীয়া অশৰণীয়া ব্ৰাহ্মণ চাণ্ডাল লৰা বুঢ়া শিক্ষিত অশিক্ষিত স্ত্ৰী পুৰুষ চহকী দুখীয়া ৰাজাৰ পৰা প্ৰজালৈ "নামঘৰ" সকলোকে লাগে। তেনে দৰে খৃষ্টানৰ গিৰ্জ্জা মুছলমানৰ মছজিদ কাকো নলগা নহয়। ইয়াৰ মৰ্য্যদা মহাত্ম্য কেনে, কিমান ওখ শাপৰ তাক নজনা মানুহ কোনো ধৰ্ম্মত নাই আৰু নহবও।

স্বয়ং বাসুদেৱ শ্ৰীকৃষ্ণ ভগৱন্তই পূৰ্বদিশন্ত শঙ্কৰ নামে অৱতাৰ ধৰি ধৰ্ম্ম প্ৰচাৰৰ লগে লগে মাধৱ দেৱ, দামোদৰদেৱ, গোপাল আতা মথুৰা দাস আতা, পদ্ম আতা, পুৰুষোত্তম, চতুৰ্ভূৰ্জ ঠাকুৰ, নাৰায়ণ আতা দেৱ গোপাল আদি ব্ৰাহ্মণ কায়স্থ উভয়কে মিলাই ধৰ্ম্মৰ নেতা ধৰ্ম্মৰ মালিক হিচাবে সন্ত মহন্ত গোঁসাই গোস্বামী এটকা মহন্তৰ সৃষ্টি কৰিগল। এই সকলৰ পৰা আজ্ঞা বা বুদ্ধি পোৱা এটকা মহন্তৰ সত্ৰ বিলাকত শৰণ ভজন ভক্তি আচৰণ প্ৰৱৰ্ত্তন পাঠ প্ৰসঙ্গ বুলা

মালা পৰমাৰ্থিক জ্ঞান লাভ কৰা শিক্ষিত শিষ্য ভকত সকলৰ চোতালৰ আগত বা চৰাঘৰৰ মূধত গোসাই ঘৰ কীৰ্ত্তনঘৰ যাৰ নাই সি সকলে ৰান্ধনী ঘৰৰ চুকতে থাপনা পাতি নিত্য কৰ্ম্ম গুৰু সেৱা, নাম সেৱা কৰে। সেয়ে নহলে স্নানৰ পাচত পানী এটোপাকে খাব নেৱোৰে আৰু নেখায়ো।

ৰাজহুৱা নামঘৰৰ বাজে ভকত বৈষ্ণব সকলৰ প্ৰতিঘৰে তিনি কুঠলীয়া একোটি সৰু কীৰ্ত্তন ঘৰ সাজিলৈ তাতে নিত্য কৰ্ম্ম কৰা গুৰু সকলৰে হুকুম, আৰু সেয়ে ধৰ্ম্মৰ নীতি; ভকত বৈষ্ণৱ বা গুৰু বাক্য চাৰি নামৰ ভিতৰ নহলেও প্ৰত্যেকে একোটা কীৰ্ত্তন ঘৰ সাজি থোৱা একান্ত প্ৰয়োজন।

ভকত বৈষ্ণৱ সকলৰ ঘৰত তেনে কীৰ্ত্তনঘৰ থাকিলেও গাঁৱৰ মানুহে তাত সেৱা সকাম কৰিবলৈ নেযায়, আৰু নিদিয়েও। মানুহৰ সংখ্যা কম হলেও ৮।৯ ঘৰেই প্ৰত্যেক গাঁৱত একোটা নামঘৰ সাজি লয়। গাঁৱৰ নামঘৰ প্ৰকাণ্ড আৰুওছৰ হলেও নিজৰ কীৰ্ত্তন ঘৰ এৰি ৰাজহুৱা নাম ঘৰত গুৰুসেৱা নামসেৱা ভোগ মাহচাউল দিয়া ইত্যাদি ঘৰুৱা সকাম কৰিবলৈ নেযায়।

## নামঘৰৰ সৃষ্টি

শ্ৰীশ্ৰীশঙ্কৰদেৱে ধৰ্ম্ম প্ৰচাৰৰ লগতে মানুহৰ সকলো প্ৰকাৰ কৈল্যাণ কামনাত দি গল বৈকুণ্ঠৰ সম্পদ মৰ্ত্ত্যতে পাব পৰা

উপায় হৰি মন্দিৰ "নামঘৰ।" বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰৰ "উত্তম ফল হৰিনাম" অমৃত একেলগে বহি সকলোৱে পান কৰিব পৰা পৱিত্ৰ ঠাই, বৈকুণ্ঠৰ লগত সম্বন্ধ ৰাখিব পৰা শক্তি যি পৰম পৱিত্ৰ হৰি মন্দিৰ সেয়ে "নামঘৰ" বা নামগৃহ "হিয়াৰ মাজৰ ভাণ্ডাৰত ৰাখিব পৰা "অমূল্যৰত্ন নাম" মুখে বাজ কৰি নাম উপাসনাৰে ব্ৰাহ্মণ, চাণ্ডাল, লৰা বুঢ়া স্ত্ৰী-পুৰুষ সকলেৰে আনন্দ দি হৰিক পূজিব পৰা ঘৰক "নামঘৰ" বোলে "ৰামকৃষ্ণ নাম কীৰ্ত্তনত কৃত্য শেষ নথাকয়" বোলা ঈশ্বৰৰ নাম যত উচ্চাৰণ হয় সেয়ে নামঘৰ, অৰ্থাৎ অনেক মানুহৰ ঈশ্বৰ উপাসনাৰ ঠাই। সেই নামঘৰ প্ৰথম আৰম্ভতে শ্ৰীশঙ্কৰ দেৱে আনক প্ৰতি মহৎ পুণ্য অৰ্জ্জনৰ আদৰ্শ দৰ্শাই নিজে এটি গাঁঠি দি ছিল, তাৰ পিছত সেই আদৰ্শকে লৈ ৰাম ৰাম গুৰুৱে দিছিলে। তাৰ পাছতে লাগিগল ভকত অভকত শৰণীয়া অশৰণীয়া সকলো।

নামঘৰ আৰম্ভৰ পূৰ্ব্বতে ৰাম ৰাম গুৰুক ক'লে—

জান দিয়া সমস্তকে আনা এতি ক্ষণ।
সবে মিলি মন্দিৰেক কৰো নিৰূপণ॥ **গুৰুচৰিত্ৰে**

সেই মতে সকলো আহি নামঘৰৰ ভেটি তোলাত এখন বিষ্ণুমূৰ্ত্তি ওলাল। নামঘৰ হোৱাৰ শেষত সেই মূৰ্ত্তি প্ৰতিষ্ঠা কৰিবলৈ কন্দলি মিশ্ৰকে আদি কৰি মুখ্য মুখ্য পণ্ডিত ব্ৰাহ্মণ গণ্যমান্য ভূঞাঁ সকলক নিমন্ত্ৰণ দিলে। সি সকলৰ লগতে

দৰ্শক বৃন্দই নামঘৰ উপচি পৰিল। ৰাম ৰাম গুৰুৱে "নমো ভাগৱতে বাসুদেৱায়" বুলি মূৰ্ত্তিক ফুল তুলসী দিবলৈ ধৰিলে। ইপিনে মূৰ্ত্তিৰ পৰা-উফৰি শঙ্কৰ দেৱত পৰেগৈ। পুনঃ পুনঃ যন্তেৰে লক্ষ কৰি মূৰ্ত্তিক বিমান দিয়ে তিমান শঙ্কৰ দেৱৰ গাত পৰিবলৈ ধৰিলে—

আশ্চৰ্য্য দেখিয়া ৰাম ৰাম আদি কৰি।
সবেও মানিলা শঙ্কৰক বুলি হৰি॥
কিসাক ভাওনা কৰি আমাক আছয়—।
এহেন্তে আমাৰ গুৰু জানিলো নিশ্চয়॥

এই বুলি সকলোৱে কায়বাক্য মন এক কৰি শঙ্কৰক গুৰুবুলি তুতি মিনতিৰে অনুৰোধ জনালে—

ভক্তি মুক্তি দাতা তুমি বিনে নাহি আন।
চৰনত ধৰো প্ৰভু দিয়োক শৰণ॥ গুৰু চৰিত্ৰ—

গুৰুজনে তাৰা সকলৰ অভিলাষ পূৰ্ণ কৰি "গোপী উদ্ধৱ সংবাদ" পুথিকে থাপনা কৰি মহা মহা পণ্ডিত ব্ৰাহ্মণ সকলক শৰণ দিলে। সেয়ে ব্ৰাহ্মণ সকলৰ প্ৰথম শৰণ, আৰু নামঘৰ সৃষ্টিৰ আদি। ইয়াৰ বাজে চিহ্ন যাত্ৰাৰ পাছতো শঙ্কৰ দেৱক ঈশ্বৰ জ্ঞান কৰি অনেক ব্ৰাহ্মণে শৰণ লয়।

—০+০—

## নামৰ যোগে হব পাৰে কি ?

যি দিশত মহা ভক্ত সবে, শ্ৰীমন্ত কমল লোচনক,
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সি দিশক নমস্কাৰ কৰি, দুৰ্ঘোৰ সংসাৰ সুখেতৰি,
আপুনি অচ্যুত স্বৰূপ সিটো হোৱয় ॥

ভক্ত সকলে একান্ত মনে ভগৱন্তৰ গুণ কীৰ্ত্তন কৰা দিশক প্ৰতি লক্ষ কৰি নমস্কাৰ কৰোতা জন সংসাৰ তৰিব পৰা ক্ষুদ্ৰাতি ক্ষুদ্ৰ কথা তেও নিজেই অচ্যুত স্বৰূপ হব পাৰে।

ইয়াৰ বাদে—

ৰামানন্দ পদযুগলৰ, মকৰন্দ মধুব্ৰত প্ৰায়,
ভকত সকলে যি দিশত প্ৰকাশয়।
সি দিশ জানিবা গঙ্গাদেবী, অনেক প্ৰবাহৰূপে আসি,
পৰম নিৰ্ম্মল স্বৰূপে শোভা কৰয় ॥

লক্ষ্মীপতি ভগৱন্তৰ চৰণ কমল ৰূপা পুষ্পৰ মধুপানত মত্ত ভ্ৰমৰাৰূপী ভকত সকল একত্ৰ হোৱা ঠাইলৈ অনেক সোঁতা স্বৰূপে গঙ্গা আহি শোভা দিয়ে।

আৰু হব পাৰে কি ?

শ্ৰীমধুদ্বিষ ঈশ্বৰৰ, কীৰ্ত্তন মঙ্গল নিৰন্তৰ
যিটো ভূমি ভাগে শুদ্ধ ৰূপে হোৱে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে, নিশ্চয় জানিবা সিটো নৰে,
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত ॥

নাম কীৰ্ত্তনৰ তত্ত্ব লাভ কৰা জ্ঞানী ভক্ত সকলে ঈশ্বৰৰ নামৰ মঙ্গল কামনাত জয় ধ্বনি কৰা স্থান পৰম পৱিত্ৰ। তাৰ ধুলি শিৰত লওঁতা জন হৰিৰ প্ৰিয় পাত্ৰ হৈ হৰিতে লীণ যায়।

শঙ্কৰ দেৱে ৰামকৃষ্ণ নাম কীৰ্ত্তনৰ প্ৰভাৱত কৃষ্ণৰ কৃপাৰ মন্দিৰ সজাই মানুহক দি গল নামঘৰ—

যি—ৰামকৃষ্ণ নাম, কীৰ্ত্তনে সমস্ত,
বিঘিনি নাশ কৰয়—।
আৰু—ৰামকৃষ্ণ নাম, কীৰ্ত্তন প্ৰসাদে,
হৰিৰ বল্লভ হয় ॥
আকৌ—ৰামকৃষ্ণ নাম, কীৰ্ত্তন কৰিয়া,
হৰিকো বশ্য কৰয়—।

এই মহান উদ্দেশ্যতে থান সত্ৰ গাওঁ চুবুৰীৰ বাজেও প্ৰত্যেক ভকতৰ ঘৰে ঘৰে সৰু সৰু কৈ দিগল একোটা কীৰ্ত্তন ঘৰ—।

সেই নাম ঘৰত—কৃষ্ণকথা শুনে গাৱে যিটো শ্ৰদ্ধা কৰি।
অল্পকালে হিয়াত প্ৰবেশ হন্ত হৰি ॥

সেয়ে ঘোৰ শঙ্কটৰ বেলা ৰক্ষা কৰে—

হৰিৰ কীৰ্ত্তনে ভাই নকৰিয়ো হেলা।
এহিসে ৰাখিবে ঘোৰ শঙ্কটৰ বেলা ॥

যাক স্ব ধৰ্ম্ম বুলি ধৰিলে যম কাল মায়াৰ অধিকাৰ গুচে—

ৰাম কৃষ্ণ নামে সে স্ব ধৰ্ম্ম ভৈল যাৰ।
যম কাল মায়াৰ গুছিল অধিকাৰ ॥

ঈশ্বৰ যাৰ সদাই লগতে থাকে, যাক পালে ঈশ্বৰক পালো বুলি নিশ্চয় কৰিব পাৰি সেয়ে নাম,—

কাৰন—আপোন নামৰ সঙ্গ নছাৰন্ত হৰি।
যেই নাম সেই হৰি জানা নিষ্ট কৰি॥

নামেই হৰি, আৰু হৰিয়েই নাম, এনে ভাব কৰিব পৰা জনে মৃত্যুক ভয় কৰিব নলগা হয়—

—হৰি গুণ গাৱে যিটো কৰিয়া নিশ্চয়।
হৰিক সুহৃদ পাৱে মৃত্যু কোন ভয়॥

নাম ঘৰত নামৰ যোগে হৰিক সুহৃদ লাভ কৰি মহামঙ্গল মহাসম্পদ সাক্ষাত বৈকুণ্ঠৰ নর নিধি পায়। এনে নাম ঘৰৰ মূল্য যি নুবুজে তাত কৈ নৰ পশু কোন?

## নাম গৃহ নির্ম্মানৰ নিয়ম।

নাম ঘৰৰ ভেটি তুলিব লগা ঠাইৰ চাৰি আঙ্গুল মাটি খানি পেলাব, তেনে দৰে মাটি আনিব লগা ঠাইৰো চাৰি আঙ্গুল খানি পেলাব়। ছাই এঙাৰ লোজাবা ওলোবা মাটি বাদ দিব। প্ৰথম কোৰৰ চাবতে বাৰাহ ৰূপী ভগৱন্তৰ নাম স্মৰণত হৰিধ্বনি কৰিব। নাম ঘৰৰ ভেটিক "অনন্ত" ভাবি হৰিধ্বনি উৰুলীৰ মাজে "শিৰ" বুলি প্ৰথম খুটা উত্তৰ কালে পুতিৰ। নাম ঘৰৰ ছাল সত্ত ৰজ তম তিনি গুণৰ তিনি খন। গোলোক

বৈকুণ্ঠতে ঈশ্বৰ কৃষ্ণৰ মন্দিৰ গোলাকাৰ, তেনে দৰে নাম ঘৰৰ টুপকো গোলাকৃতি কৰে। বৈকুণ্ঠৰ ৬ ভক্ত ১২ বৈষ্ণৱ ১৪ পৰিষদ সকল গোলাকাৰে বহি কীৰ্ত্তন কৰে। সেই কাৰনে নাম ঘৰৰ টুপ গোলাকাৰ কৰা উচিত। নাম ঘৰ অতি পবিত্ৰ. গোঁসাই ভেটিৰ মাটি গুৰুলৈ অৰিহনা আগ বঢ়াই গঙ্গা-মৃত্তিকাৰ পৰিবৰ্ত্তে ধূলা স্বৰূপে লয়।

## মণিকুট

নাম ঘৰৰ বাজে মূৰ্ত্তি আৰু পুথি থোৱা ঘৰক "মণিকুট" বোলে। সেয়ে নহলে মণিকুটৰ আৱশ্যক নাই। বৰ্ত্তমান মূৰ্ত্তি আৰু পুথিৰ পৰিবৰ্ত্তে থাপনা পাতি মাহ প্ৰসাদ দিয়ে। বোধ হয়, নামঘৰত অজাতি সোমালে মাহ চাউল পেলনি যায় বুলি। আধুনিকত তেনে সিদ্ধান্ত নকৰে। গঙ্গাত কুষ্ঠ ৰোগী স্নান কৰিলে গঙ্গা অপৱিত্ৰ নহয়। তেনে দৰে হৰি মন্দিৰত অজাতি সোমালেও পেলনি নেযায়। ঈশ্বৰ ব্ৰাহ্মন চাণ্ডাল উভয়ৰ অন্তৰত থাকে, তথাপি ঈশ্বৰত্ব নেযায়—। অগ্নি চাণ্ডালৰ ঘৰৰ হলেও জ্যোতি আৰু দাহিকা শক্তি নকমে। তেনে দৰে নাম ঘৰত অজাতি সোমালেও প্ৰসাদ পেলনি নেযায় বুলি ধৰে।

যেনে—মহা প্ৰসাদত যত্নে এৰিবা বিচাৰ।
নাহি কিঞ্চিতেকো জানা ব্ৰহ্মত বিকাৰ ॥
হীন বৰ্ণে অন্ত্য বৰ্ণে যিটো অন্নছোৱে।
তাকভূঞ্জি অনেক পাতক মূক্ত হোৱে ॥ কীৰ্ত্তন

এই পদ কেৱল জগন্নাথ পুৰীৰ প্ৰসাদ সম্বন্ধে। ঠাই অনুসৰি বিশেষত্ব থকা আচৰিত নহয়। অশৰনীয়া, অভকতীয়া, অপৰিস্কাৰ জনৰ প্ৰতি নহয়। ইয়াৰ মূলতত্ব নীতি নিয়মে হৰিত শৰন লৈ হৰি পৰায়ন ভক্ত জনৰ প্ৰতিহে।

## নামঘৰত থাকিব লাগে কি ?

নাম ঘৰত থাকিব লাগে মূল বস্তু গোঁসাই ভেটি, তিনি গুণে তিনি খাপ, পঞ্চতত্বই পাঁচ খাপ। চাৰি ফালে চাৰি খুটিৰ ওপৰত চন্দ্ৰতাপত চাৰিটি চোঁৱৰ। এটি গছা, ছাকি, তেল, শলিতা, শলা বঢ়নী সহ। চন্দ্ৰতাপৰ তলত কৰনি বা থগা। কোনো নাম ঘৰত সিংহাসন। তাৰ ওপৰত ভাগৱতং মানে গুণ মালা বা কীৰ্ত্তনৰ কোনো এক খণ্ড। নহলে দশম, ঘোষা, ৰত্নাৱলী যেই কোনো এখন। তাব ওপৰত ভাগৱতব কাপোৰ, বা পুথি আবৰণ বস্ত্ৰ। লগতে যি হয় সোন ৰূপৰ ফুল।

উপৰুক্ত বস্তু বিলাক কি? দিব লাগে কিয়? নাম ঘৰৰ ভেটিৰ পৰা ছাল কামি খুটা চতি গাঠি খেৰ পৰ্য্যন্ত যাবদীয় বস্তু

বিলাকৰ—চৰ্চ্চা, ব্ৰহ্মতত্ত্ব—পৰমাৰ্থিক মতে জানিব লাগে। যি জানে সেয়ে থাপনা পাতে, নেজানিলে পাতিব নেপায়। পাতিলেও শুদ্ধ নহয়।

( নজনা সকলে গুৰু ঘৰত শিকি আহিব। নহলে অৰ্চ্চা অৰিহনা গুৰুক:সোধাই। আমাৰ বৈষ্ণৱ মালা, পৰমাৰ্থ তত্ত্ব— পুথি দুখনি ললে ইয়াতে সকলো পায় )।

## গাওঁ বোলে কাক ?

প্ৰতি জিলাৰ শাসনত ২।৩ খন মহকুমা। প্ৰতি মহকুমাত ৭।৮ টা মৌজা। প্ৰত্যেক মৌজাত কেইবাটাকৈ খণ্ড। তেনে দৰে প্ৰতি খণ্ডত—৪।৫ খন কৈ গাঁও। ডাঙ্গৰ গাঁৱৰ ভিতৰত ২।৩ টা চুবুৰী। একে কথা একে বান্ধ একে মাউথে চলা মানুহৰ সংখ্যাক গাওঁ বা চুবুৰী বোলে। তেনে গাঁও বা চুবুৰীত একোটাকৈ নামঘৰ। সেই নাম ঘৰেই একোখন গাঁও বা চুবুৰীৰ একোটাকৈ সীমা। সেই সীমা লৈয়েই যি একতাবদ্ধত নচলে, বা চলা নাই—সি গাঁও বা চুবুৰী একো নহয় সেয়ে অৰন্য। অলপ উচ্চ নিচ্চৰ কেটামান জাতিলকে একে বান্ধত একে নাম ঘৰত খোৱা পীয়া কৰা সকলক একে গঁয়া বোলে। ঈশ্বৰ উপাসনাৰে কল্যাণ কামনাত ভোজ সবাহ সকাম নিঃকাম খাই পৰস্পৰ হিত চিন্তা জন সংখ্যাক গাঁৱৰ মানুহ বোলে। আত্মীয় কুটুম্ব ককাই ভাইৰ দৰে মিলা প্ৰীতি স্নেহ

শ্ৰদ্ধাৰে ধৰ্ম্মে কৰ্ম্মে যি এক হৈ চলিব পাৰে তাকে গাওঁ বোলে।

গাঁৱৰ নে মাৱৰ? এক মাতৃৰ গৰ্ভজাত বাই ভনি, ভাই ভাতৃৰ যেনে দয়া যেনে আপোন ভাব, গাঁবৰ মানুহ বিলাকৰো উভয়ৰ উভয়ক তেনে ভাব নহলে মাৱৰ দূৰে থক সি গাঁৱৰো নহয়, সেয়ে নিষ্ঠুৰ, সেয়ে শত্ৰু, তেনে গাঁৱত বাস কৰা ভূল।

## গাঁৱৰ মানুহে কৰে কি?

কোনো ঘৰত জ্বৰ নৰীয়া আপদ বিপদ হলে পুৱা গধূলি আহি সাধ্যমত সহায় কৰে। বিপদ শঙ্কট ৰাজ দ্বাৰ শত্ৰুৰ আক্ৰমনত, হাইজা বসন্ত আদি সংক্ৰামক ৰোগতো কাকো কোনেও নেৰে। কোনো জন গাঁৱৰ মানুহ মৰিলে খবৰ নিদিয়া কৈয়ে শুনা মাত্ৰ খৰি কাঠ লৈ শ্মশান পায় গৈ। সেই সময়ত শত্ৰু মিত্ৰ জাতি অজাতি জ্ঞাতি কুটুম্বৰ খবৰ নৰাখে। বিয়া সবাহ উৎসৱ আদিত স্বগৰ্ভি ভাই ভাতৃৰ দৰে কাম কৰে। সেৱাসকাম দহা কাজ বৰ সবাহ বৰ ভোজত ৰভা পৰলি গাখীৰ গুৰ তামোল পান খোল পাট পটুৱা, বহা ধাৰী কঠ পৰ্য্যন্ত আবশ্যকীয় বস্তু যোগাই দিয়ে। যি সকাম, যেনে দৰে কৰিব লাগে তেনে দৰে আৰম্ভৰ পৰা অন্তলৈকে নেৰে। গায়ন বায়ন ধোল খোল গোৱা বজোৱা দেউৰী বিলনীয়ালৈকে লৰা বঢ়া সকলো লাগি যায়। তদুপৰি নিজে নেখায়ো আন

গাঁৱৰ আমন্ত্রিত সকলক খুৱাই বুৱাই যাক যেনে দৰে সন্তোষ দিব লাগে তেনে দৰে দিয়ে। কোনো জনে অসন্তোষ পালে গাঁয়াৰ বদনাম হয় বুলি ভয়।

খেতিৰ দিনত কোনো ঘৰৰ আপদ বিপদ হলে হাল শাৰিয়া দি সহায় কৰে। ঘৰ ভগা অগ্নি দাহত ৰাইজে সাজি দিয়ে। ঘটনাবশে আকালত পৰিলে ধান চাউলেৰে সহায় দিয়ে। হাল গৰু জীৱিকা হিনক সর্ব্বপ্রকাৰে সহায় দিয়া ৰাইজৰ কর্ত্তব্য আৰু সেয়ে ধর্ম্ম বুলি জানে। বিয়া সবাহ ভোজ দহা কাজত ধান সিজাই, বানি খুন্দি চাউল উলিয়াই দিয়ে। কোনো টান কামত ২।৪ জনক মাতিলে বন্ধু ভাবে আহি সহায় কৰি দিয়ে। গাঁৱৰ মানুহে তেনে দৰে পৰস্পৰক সহায় কৰি আহিছে, আৰু আগলৈকো কৰিব। গাঁৱৰ মানুহত কৈ বিপদ সম্পদৰ বন্ধু নাই, আৰু নহবও। যি গাঁৱত এনে ৰীতি নীতি বন্ধুভাব, স্নেহ ঐক্যতা বান্ধোন নাই তেনে গাঁৱত ধর্ম্ম কর্ম্ম একো নাই। তেনে গাঁৱত থাকিব নেপায়, সঙ্গ কৰিব নেপায়, তেনে গাঁৱত জীবিত মানুহো নাই—যি আছে আধা মৰা কেটা মান মাত্র জন্তু।

গাঁৱৰ মানুহ জাতিত উচ্চ নীচ্চ হলেও বয়স অনুসৰি দদাই ববপাই, পেহা, মোহা, মোমাইটি, ভাইটি, ককা, তাৰৈ সম্বন্ধ ধৰি মাতে, যেন সকলোটি একে ঘৰৰে। তদনুৰূপ মৰম স্নেহ মান সন্মানো পায়। তিৰুতা বিলাকেও ববমা, খুড়ী, পেহি, মাহী,

আমৈ জেঠাই, বুঢ়ী আই, বাইটি, ভনিটি বুলি মাতে। তেনে দৰে পৰস্পৰৰ আদৰ সাদৰ শ্ৰদ্ধা পায়। উচ্চ নিচ্চ নেভাবি হৰি মন্দিৰত নাম কীৰ্ত্তন কৰি একে লগে মাহ প্ৰসাদ জল পান ভোজ ভাত খায়।

য'ত এনে ৰীতি নীতি একেটা বান্ধন নেথাকে সি গাঁও নহয় অৰণ্য সেই বিলাকেই ঈশ্বৰৰ আজ্ঞা লঙ্ঘনকাৰী বিধৰ্ম্মী পাপী। যি গাঁৱত তেনে আত্মীয়তা নাই, এনে দয়া স্নেহ মৰম প্ৰীতি নাই, পৰস্পৰ হিংসা শত্ৰু ভাব অমিল অপ্ৰীতি তেনে গাঁৱত কোনো মানুহ থাকিব নেপায়। যি থাকে সি বাঘৰ মাজত পশু,—শালৰ মাজত শিঙি, সাপৰ গাঁতত বেঙ, সি এটা পশুৰ দল মাত্ৰ। জ্ঞানী গুণী সকলে ধৰ্ম্মৰ বান্ধোনত চলি পৰস্পৰ বন্ধু ভাব কৰে॥ তেনে বিলাকেই ঈশ্বৰৰ প্ৰিয় পাত্ৰ হৈ বৈকুণ্ঠত ঠাই লই, দেৱ তুল্য হয়। ৰাজনীতি ফালৰ পৰাও স্বাধীনতাৰ চিন একতা, আৰু পৰস্পৰ বন্ধুতা। সত্য অহিংসা আৰু উদাৰ।

## নাম ঘৰত কৰে কি ?

ৰাইজৰ সৰ্ব্বপ্ৰকাৰ মঙ্গলৰ অৰ্থে প্ৰতি বছৰে বৰ সবাহ কৰে। ৰাজহুৱা নাম পাতি নাম ঘৰত ভোজ খায়। ভাৱনা যাত্ৰা উৎসব পাতি ৰাইজৰ মঙ্গল প্ৰাৰ্থনা কৰে। তিনি বিহুত মাহ প্ৰসাদ আগ বঢ়াই নাম কীৰ্ত্তনেৰে সেৱা জনাই। ভাদ মাহত শ্ৰীকৃষ্ণৰ জন্মাষ্টমী কৰে। শুক্ল দ্বিতীয়াত শঙ্কৰ দেৱৰ,

কৃষ্ণ পঞ্চমীত মাধৱ দেৱৰ তিথি মহোৎসৱ কৰে। এই তিনি উৎসৱত নাম কীৰ্ত্তন, ভোৰতাল, খোল মিদং বাদ্য বাজনা হৰি ধ্বনিৰে নাম ঘৰ খলক লগায়। দেশত মাৰী মড়ক হাইজা বসন্ত, গৰু মহৰ পয়মাল, গাঁৱত জ্বৰ নৰীয়াৰ পৰা ৰক্ষা পাবলৈ সেৱা সকাম কৰে। ন'মাহচাউল দি নবান্ন ভোজ খায়। মটা তিৰুতা সকলোৱে নাম প্ৰসঙ্গ কৰে। ৰোগ ব্যাধি হলেও ভোগ মাহ চাউল দিয়ে শিষ্য সকলে গুৰুৰ তিথি পাতি সেৱা জনায়। আপদ বিপদ শঙ্কট ব্যাধি বিঘিনিৰ বাধা, বন্ধৰ পৰা মূক্ত পাবলৈ আৰু মনৰ অভিলাষ পূৰ্ণ হবলৈ সেৱা সকামৰ টোপোলা বান্ধে। ৰাইজৰ উন্নতি আৰু শুভ মঙ্গলৰ আলাচনা কৰে। গুৰু গোঁসাই মানী জন আহিলেও নাম ঘৰতে বাসা লয়। নাট মেলা, ভাৱনা কৰা, আখৰা কৰা, নাট সামৰা গায়ন শিকা, গীত বাদ্য শিকা, শাস্ত্ৰ জ্ঞান শিক্ষা ৰাইজৰ সকলো কাম কৰে এক মাত্ৰ নাম ঘৰতে। সৰ্ব্ব কাৰ্য্যেষু হৰি মন্দিৰং।

## আগৰ আৰু বৰ্ত্তমান কাল।

কৃষি আৰম্ভত কৃষকে সঙ্কল্প কৰে। গুৰু, ভকত, ব্ৰাহ্মন সজ্জন অতিথি অভ্যাগতি মগণীয়া সেৱা সকাম নিঃ কাম সকলোতে এ'কো মুঠি শোধাই, পাচত নিজৰ উদৰ পুৰণ কৰিম বুলি। সেই মতে যাবদীয় নবান্ন নশস্য নবস্তু গুৰু ভকতক

আগতে অৰ্পনা কৰে, আৰু নাম ঘৰত ন মাহ চাউল দিয়ে। তাৰ পাচত মটা মাইকী গাঁৱৰ ল'ৰা বুঢ়া সকলোৱে নাম ঘৰত নভোজ খায়। তাৰ দ্বাৰা গোটেই গাঁৱৰ মানুহ বোৰ একে ঘৰৰে যেন লাগে। কোনো জনে গোটেই ৰাইজক নিমন্ত্ৰন দি নিজৰ ঘৰতে ভোজ পাতি খুৱায়। তেনে কৰিলেও দয়া প্ৰীতি লালনা পৰস্পৰত থাকি যায়, সেয়ে গৃহস্থীৰ প্ৰধান ধৰ্ম্ম।

বৰ্ত্তমান তেনে নিয়ম পাহৰি গল। জেঠেৰি, বৈনাই, ভিনিহি খুড় শালী জোঁৱাই মোমাই ভাগিন কেটাক খুৱালেই ভকত বৈষ্ণৱ গয়া চুবুৰীয়া নামঘৰ গুৰুঘৰ সকলো অদৰকাৰ হয়। যি কৃষকে শপট খায়ো কাকো নিদি অকলৈ খায়, সি চোৰ, পাপভূঞ্জী, অমোচণীয় পাপী। তাৰ ফলতে অন্নবস্ত্ৰ হীন, খাবলৈ নাই, শস্য মস্যৰ আটক গাঁও বোৰত হা হা কা কা।

তিনি বিহু বা সংক্ৰাতিত নাম ঘৰত মাহ প্ৰসাদ অৰ্চ্চা অৰিহনা আগ বঢ়াই নাম কীৰ্ত্তনেৰে সেৱা কৰে। বৰ্ত্তমান সেৱা দূৰে থক নামঘৰ বাহিৰেই থাকে। মাহ প্ৰসাদ দূৰে থক শলা বন্তীও নাই। নিজৰ ল'ৰা তিকতা লই সান্দহ চিৰা পিঠা গুৰ গাখীৰ দবনি কৈ খাই উগাৰি গলেই মহাপুৰুষৰ তিনি নিৰ্ব্বন্ধৰ বিহু সেৱা হয়। সেই কাৰনে গাঁও বোৰত—দুখ দুৰ্গতিৰ সীমা নাই। ৰোগ, শোক, চিন্তা, উপতাপ, মাৰী মৰকত মানুহ জলা কলা। তদুপৰি অন্নবস্ত্ৰ থকা খোৱা শোৱাৰ অভাব অনাতনত কাচুটি লবৰ সময় নাই।

বিহুৰ দিনা কৰ্ত্তব্য কাম গুৰু গোঁসাত্ৰইক সেৱা জনাই হৰি

বৃদ্ধি কৰা। নামঘৰৰ সৌন্দৰ্য্য ধৰ্ম্মৰ জ্যোতিয়ে মানুহৰ অন্তৰত পোহৰ দি পবিত্ৰ কৰে। শৰীৰৰ তত্ত্ব বিচাৰত পদৰ মস্তক পৰ্য্যন্ত যেনে লেখ, নাম ঘৰৰ ভেটিৰ পৰা মুধলৈক তেনে দৰে সজাই লব পৰা পৰমাৰ্থী ভকত নাম ঘৰৰ লগত এক হয়। জ্ঞানী সকলে তেনে দৰে সজাই নামঘৰক বৈকুণ্ঠ পাতে। ব্ৰহ্মৰ লগত ব্ৰহ্মমিলি দেহক হৰিৰ মন্দিৰ ভাবি "হিয়াৰ মাজত নামৰ ভাণ্ডাৰ পাতি লয়। সেই হৰি মন্দিৰ প্ৰবেশি নামৰ লগত জীবত্মা পৰমাত্মাক মিলাই পুনৰ জন্ম ধৰিব নলগা কৰে। নামঘৰক দেহা বোধে প্ৰবেশ কৰি, নামঘৰৰ আত্মাৰূপী হব পৰা ভকত এই কালতে হৰিৰ লগত অভিন্ন হব পাৰে। এনে জ্ঞান থকা মানুহে নামঘৰক চাফ চিকন মৰ্য্যদা পূৰ্ণ নকৰিব কিয়? গাঁৱৰ ভিতৰত তেনে মানুহ এজন থাকিলেও নামঘৰৰ জ্যোতি সকলোকে বিলাই অন্তৰত পোহৰ দিব পাৰে।

নিজৰ গাত বিষ্ঠা মূত্ৰ লাগি থকা যেনে অপৰিস্কাৰ নাম ঘৰো তেনে। নিজৰ মজিয়াত বিষ্ঠা মূত্ৰ ত্যাগ কৰা যি দোষ, অপৰিস্কাৰ নামঘৰ ৰখাও তেনে দোষ। ঘৰ ভাঙ্গি খেদি দিয়া মানুহলৈ গিৰিহতৰ যেনে খং অপৰিস্কাৰ নাম ঘৰত সেৱা সকাম কৰা মানুহৰ প্ৰতিও ঈশ্বৰৰ তেনে খং।

কোনো কোনো সত্ৰ আৰু গাঁৱৰ নামঘৰ ভেকুৰা গজি শেলাইৰে ভৰা। কেচুমতা পাছি পাছি, ভেকুলীৰ গু, চিকাৰ গু, গোন্ধতে নাক কোঁচখোৱা তথাপি তাক উলটি নেচায়। সিং

হাসন বা থাপনাৰ ভেটিত কুকুৰ ছাগলী শোৱে হেঃ বা ছেই বোলোতা নাই। চন্দ্ৰতাপৰ তলত মকৰা জাল কুমাৰণীৰ বাহ। থাপনাত ঘূণ গুৰি, পয়তাছোৰা, জেঠি মকৰাৰ বাসস্থান। ভাগৱতৰ আৱৰণ কাপোৰ তলত জেঠিকণি নিগণি পোৱালী।

অশিক্ষিত গাঁৱৰ কথা বাদ দি কোনো সত্ৰৰনাম ঘৰতে শলাবন্তী নাই। দৰা, বৰকাহ থাকিলেও বজাঁওতা নাই; আৰু নৰজায়ে। ভোৰ তাল আছে, নামঘৰত নথয়; চোৰে নিয়ে বুলি। ডুপৰীয়া গধুলি নাম প্ৰসঙ্গ দূৰে থক নামঘৰ লকে নেযায়। "হৰিনাম ধ্বজা কৰি" নিচান স্বৰূপে ঘৰটো মাত্ৰ সাজি থয়। নামঘৰৰ দৰকাৰ মাত্ৰ তিথিৰ দিনা। আৰু পিতৃ মাতৃৰ শৰাধত নানা দেৱ দেৱী ভূত প্ৰেত পূজিবলৈ। আকৌ লাগে দৰা কন্যা হালকে গোটাই হোম দি ৰং চাবলৈ। দৰা বৰ কাত ভোৰ তাল লাগে জলপান মাহচাউলৰ জাননী দিবলৈ। ইয়াৰ বাজে নামঘৰ শ্মশান সোমাবলৈ ভয়।

হৰিনাম ধ্বজা কৰি, বেদপন্থ পৰি হৰি
ফুৰে জাতি পাষণ্ড সকল।
ইহপৰ লোকে ভ্ৰষ্ট, ভুয়া পেট পুৰি মাত্ৰ
ফুৰিবেক পৰম নিস্থল॥

চাৰি বেদৰ সাৰ ৰামনাম ঈশ্বৰৰ গুণ কীৰ্ত্তনেৰে ভগৱন্তক পূজা কৰাৰ নাম বেদ পন্থ। তাকে নকৰি নিচান বা চিন স্বৰূপে নামঘৰ সাজি থৈ মানুহক ভুৰা দি পেট পোহা সকল পাষণ্ড আৰু সেয়ে পৰম নিস্থল।

## ধৰ্ম্মক প্ৰতি অনাস্থা

ধৰ্ম্মৰ মূল ভেটি এক মাত্ৰ সত্ৰসমূহ। সেই সকলৰে যদি ধৰ্ম্মক প্ৰতি আস্থাহিন, তেন্তে ধৰ্ম্মৰ মূল ভেটি বুলি স্থিৰ কৰিব ক'ত? দেশৰ কল্যাণ সাধন নাম ঘৰৰ অবস্থা ঘিন লগা হলে ঈশ্বৰ উপাসনাৰ উপায় কি? মন আৰু ঠাই অপবিত্ৰতাৰে উপাসনা কৰিলে ঈশ্বৰ তুষ্ঠ নহয়।

মছলমানৰ মচ্‌জিদ, খৃষ্টানৰ গিৰ্জ্জা, হিন্দুৰ নামঘৰ তিনিকো মিলাই চালে কোন ভাল কোন বেয়া মহামূৰ্খয়ো চিনিব পাৰে। খৃষ্টান মুছলমানৰ দৈনিক সেৱাৰ বাজেও সকলোৱে গোট খাই সপ্তাহত এদিন কৰা নিয়ম বন্ধা ছতা। হিন্দুৱে বছেৰেকত কেইদিন কৈ কৰে তাৰ খবৰ গুৰু সকলে কেতিয়াবা লয়নে? ধন্য সত্ৰাধিকাৰ ধৰ্ম্মদাতা গুৰু সকল। আপোনা সকলৰ শিষ্যক প্ৰতি শিক্ষা। তাৰা সকলৰ লগতে ধন্য শিষ্য ভকত সকল! আপোনা সকলৰ শাস্ত্ৰ গুৰু শিষ্য তিনিকো ৰক্ষা কৰিব পাৰিছে। শিষ্য সবে যেবে, মহাশুদ্ধগাৰে উপদেশ আছৰয়, শাস্ত্ৰ গুৰু আপোনাকো সিটো, তিনিকো ৰক্ষা কৰয়।

আন আন ধৰ্ম্মাবলম্বী উচ্চ শিক্ষিত সকলোৱে ধৰ্ম্ম আৰু ঈশ্বৰ বিশ্বাস কৰে। আমাৰ অনেকে ধৰ্ম্ম আৰু ঈশ্বৰ বিশ্বাস নকৰে, আৰু নেমানেও। কাৰণ তাৰা সকল ডাঙৰ মানুহ। তেওঁ বিলাকৰ বাজে হৰ্ত্তা কৰ্ত্তা ঈশ্বৰ, আৰু গুৰু ভকত থকা প্ৰমাণ হলে শিক্ষিত সকলৰ সন্মান থাকিব ক'ত? এতেকে

ঈশ্বৰ আৰু গুৰু ভকত একো নাই। হৰি গুৰুভকতৰ দৰকাৰ হয়, মূৰ্খ আৰু দৰিদ্ৰ সকলৰ। ডাঙৰ মানুহে তেনেবোৰৰ সেৱা কৰিলে শ্ৰীভ্ৰষ্ট হয়, মান মৰ্য্যাদা কমি তল খাপত পৰে।

স্ত্ৰী-ধনজন যৌবন মদে।
অন্ধ হোৱে বিদ্যা সৰ্ব্বৰ পদে॥

স্ত্ৰী ধন-অৰ্থ যৌবন বিদ্যাৰ বলত অন্ধ হৈ হৰিগুৰু ভকত নমনাটো অসমীয়া ডাঙৰ মানুহৰ চিন।—পশ্চাত্য শিক্ষাৰ দোৱানেৰে ভূষিত গঙ্গা টোপ হোৱা সকলৰ গোসাঞী গুৰুক সেৱা কৰা লাজ। ব্ৰহ্মস্বৰূপ বিকাৰ হিন মাহ চাউল দেৱৰ দূৰ্লভ ঈশ্বৰৰ প্ৰসাদ হলেও, সি গুৰুৰে দেনা। ঈশ্বৰ গুৰুক অভিন্ন মানি প্ৰসাদ খোৱা ভকত জঞ্জলিভূত।

তুমি যাক পালা, সিয়োজন আমি
হৰি হৰি হৰি হৰি এ
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰু বস্তুত।
তোমাৰ অধীন, হৈয়া কেনে আমি,
হৰি হৰি হৰি হৰি এ,
ভৈলোহো স্বতন্ত্ৰ ইটো কিনু অদ্ভুত॥

মানুহৰ ভিতৰৰে ইয়ো এটা অদ্ভুত। এনে বিলাকেই কাকো মানিব নোখোজে। জোটা পটলুং টুপিৰেই নামঘৰ থান ঘৰ সত্ৰ সভা সোমাব খোজে। যাক লগত অনা নাই, নিবও নোৱাৰে, তাক ভাবিবলৈকো সময় নাই।

"অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাওঁ ৰাম ৰাম" বুলি লিখাকথাটো সি সকলৰে। ৰাজাধিৰাজৰ পদবী কাঢ়িনি "পুনঃ মুষিকো ভব" কৰিব পাৰে বুলি জানিও অজ্ঞানীৰ ভাৰ দিয়াত দুঃখীত নহব কোন? ধন ধান যৌবন বিদ্যাৰ গৰ্ব্ব কেনিবা যাব, থাকিব মাত্ৰ অহঙ্কাৰত অন্ধ হোৱা পাপৰ পৰিণাম।

কোনো সত্ৰাধিকাৰ সকলে নামঘৰত খৰমপয়জা পিন্ধে বোধকৰো "মইয়ে নন্দৰ ঈশ্বৰ" বুলি। নহলে সি ঈশ্বৰৰ নিবাস স্থান নহয় বুলি। শিষ্য সকলে মূল কাৰণ টো বুজি লোৱা ভাল। কোনো কোনো অধিকাৰ সকলে নিত্য কাৰ্য্য গুৰুসেৱা কৰে ৰান্ধনী-ঘৰত। কোনো সকলে তেনে দৰে পূজাৰীৰ পূজাঘৰত। দৈনিক মূল সেৱা যদি তেনে বোৰতে হয় তেন্তে সত্ৰৰ মূল বস্তু পূজাঘৰ নে নামঘৰ? শিষ্য সকলে বুজি লব।

## নামঘৰৰ অৱস্থা লৈ শুভাশুভ।

নামঘৰ খেৰ বাঁহ কাঠৰ সাধাৰণ হলেও তাৰ মহাত্ম্য কম নহয়, লাগে মাত্ৰ শ্ৰদ্ধা ভক্তিৰে সেৱা, আৰু প্ৰতিপাল। সেয়ে নহলে নামঘৰ স্বৰ্ণময় হলেও জড় ভিন্ন চৈতন্য হব নোৱাৰে। গাঁৱৰ বা সত্ৰৰ নামঘৰৰ অৱস্থা বুজি মানুহে মঙ্গলা মঙ্গল নিৰ্ণয় কৰা শাস্ত্ৰৰ বিধান বা শাস্ত্ৰোক্ত। ধাকন নথকা চৰুৰ ভাত যেনে বিশ্বাস হিন, জেওৰা জপনা বেৰ নথকা নামঘৰো তেনে, যেনিবা হাটখোলাৰ ঘৰ।

নামঘৰৰ অৱস্থা শোচনীয় হলে গাঁৱৰ মানুহ বোৰ দৰিদ্ৰ যেন লাগে নামঘৰ নিন্দনীয় হলে মানুহৰ স্বভাবো নিন্দনীয় বুলি বিশ্বাস জন্মে। বিশেষ কৈ নামঘৰক প্ৰতি যাৰ আস্থা নাই তেনে মানুহৰ ধৰ্ম্মক প্ৰতিও আস্থা হিন বুলি বুজিব পাৰি।

যি গাঁৱৰ নামঘৰ শলাবন্তীৰ অভাবে অন্ধকাৰ, সেই গাঁৱৰ বিষয়া কেচু কুমটিৰ জন্মিলৈ মাটিৰ তলত থাকিব লগা হয়। যি নামঘৰত খোল তাল মৃদঙ্গ গীত বাদ্যৰ শব্দ নাই, সেই গাঁৱৰ মানুহ যমপুৰী নিজানত ঠাই পায়। যি মানুহে নামঘৰত হৰি কীৰ্ত্তন কৰিবলৈ নেযায় তাৰ কানত যমদূতে তপত শলাৰে খোচে। যি নামঘৰৰ জ্যোতি সৌন্দৰ্য্য মৰ্যাদা বঢ়াবৰ যত্ন নাই, সেই গাঁও দুখিয়া দাৰিদ্ৰ শ্ৰী ভ্ৰষ্ট আৰু ৰোগী। নামঘৰ দৈনিক মছিসাৰি কুটা কাটি এলা ঘুগুলা গুছাই থকা মানুহ ৰোগ বেমাৰ বিভ্ৰব হাত সৰা সুখী। গাঁৱৰ সকলো প্ৰকাৰে মঙ্গল কামনা কৰা মানুহৰ উচিত নাম-ঘৰক বৈকুণ্ঠৰূপে সুন্দৰ কৈ—সজাই থোৱা। মানুহৰ মন আকৰ্ষণ কৰি শ্ৰদ্ধা ভক্তি জন্মাব পৰা নামঘৰ ৰোগ ব্যাধি আপদ বিপদ আহিব নোৱাৰা ভাতি। তেনে দৰে নিজৰ ঘৰ বাড়ী বাট পদুলী পৰিস্কাৰ পৰিচ্ছন্নভাৱে ৰাখিব পৰা মানুহৰ—আয়ু শ্ৰী সুখ সম্পদ লক্ষ্মী বসতি কৰিব পৰা উপায়। মানুহে হৰি বুদ্ধি কৰি ঈশ্বৰত লীন যাব পৰা শক্তিৰ চিন কায়মনবাক্যেৰে নাম গুৰুদেৱ ভকত মানি ঈশ্বৰ সেৱা

উপাসনা আৰু পৰমাৰ্থ তত্ত্বজ্ঞান লাভ কৰা। নামঘৰত ধূপ ধূনা দিয়া মানে পিতৃ পিতামহ উপৰিপুৰুষক গন্ধাদি দানে পুত্ৰ নাত্যাদিৰ স্বকীৰ্ত্তি বিস্তাৰ কৰা। বৈকুণ্ঠত বাস কৰিব পৰা মানুহৰ চিণ, শ্ৰদ্ধা ভক্তিৰে ধৰ্ম্ম আৰু নামঘৰৰ উন্নতি কামনা কৰা। নিজৰ ঘৰত ধূপ ধূনা দিয়া মানে ৰোগ ব্যাধিৰ পৰা হাত সৰা। ঈশ্বৰক সেৱা পূজা ভক্তি কৰা মানে পৰকালৰ অক্ষয় স্বৰূপ আচুতিয়া কৈ ৰখা ভৰাল।

যেনে—তুমি জগজীৱ, তোমাক পূজিলে
মিলে আপোনাতে যাই।
যেন মুখ শ্ৰীক, প্ৰতিবিম্ব মুখে,
দেখয় দৰ্পণ চাই।

মানুহে দৰ্পণ চাই কিয়? নিজ মুখৰ চেহেৰা দেখিবলৈ। ঈশ্বৰক পূজে কিয়? পৰকালত সেই পূজা নিজে পাবলৈ। দৰ্পন চাই মুখ দেখা যেনে সত্য ঈশ্বৰক পূজি নিজে পূজা পোৱাও তেনে সত্য।

## নাম প্ৰসঙ্গ

নাম প্ৰসঙ্গ নোহোৱা ঘৰক নামঘৰ বোলা পাপ। নামক যদি নামঘৰত নেপায় তেন্তে নাম পাব ক'ত? নামেৰে যদি ঈশ্বৰক নুপূজে তেন্তে পূজাৰ বস্তু কি?

নামত যদি ঈশ্বৰ তুষ্ট নহয় তেন্তে তুষ্ট কৰিব কিহেৰে?

হৰি গুণ গায়ো ভাই কৰিয়া উৎসব্।
গুণতে সে তুষ্ট হোৱে লুবুধ্ মাধব॥

কলিত নাম কীৰ্ত্তনৰ বাদে আন কৰ্ম্ম কৰিব নেলাগে।

কলিত কীৰ্ত্তণ যিটো কৰে হৰিনাম।
তাৰ আৰু আচৰিবে নথাকিল কাম ॥

কলিত কীৰ্ত্তণ আৰু :হৰি:গুণ স্মৰণেই স্বধৰ্ম্ম বুলি জানিলে নৰোত্তম হব পাৰে।

নাহিকে কলিত ধৰ্ম্ম কীৰ্ত্তনত পম।
যিটো স্মৰে হৰি গুণ সেহি নৰোত্তম ॥

এতেকে মানুহে নাম প্ৰসঙ্গ কৰা কলিৰ নিজ ধৰ্ম্ম, আৰু কৰ্ত্তব্য কৰ্ম্ম।

হৰি গুণ কীৰ্ত্তণ কলিৰ নিজ ধৰ্ম্ম।
জানিবাহা সমস্ত শাস্ত্ৰৰ তত্ত্ব মৰ্ম্ম।

নামঘৰত নাম প্ৰসঙ্গ নকৰা মানুহৰ ধৰ্ম্ম কৰ্ম্ম, একো নাই সেয়ে মহা পাপী

নকৰে কীৰ্ত্তণ হৰি নামৰ।
কি কাৰ্য্যে মনুষ্য ভৈল পামৰ ॥
হৰি কীৰ্ত্তণত নকৰে ৰতি।
পশুতো অধম সিটো কুমতি ॥

নামঘৰ—বৈদুৰ্য্য স্তম্ভ স্ফটিকৰ বাৰ। মাণিক্য কপাট হীৰাৰ দ্বাৰ ॥ সোনা সুবৰ্ণ হীৰাৰে নিৰ্ম্মাণ হলেও নাম প্ৰসঙ্গ নহলে সি জড়। পুৱা গধূলি নাম প্ৰসঙ্গ কৰা হৰি মন্দিৰ কাঠ বাঁহ খেৰৰ সাধাৰণ হলেও সি—চৈতন্য, সেয়ে সজীব। নামঘৰক জাগ্ৰত কৰি পূৰ্ণানন্দ হৰি সজাবলৈ দৈনিক লাগিব নাম। নাম কীৰ্ত্তণৰ প্ৰচুৰ প্ৰভাব বিস্তাৰ কৰা ঠাইৰ নাম বৈকুণ্ঠ।

সেই বৈকুণ্ঠৰ কল্পতৰু ভাগৱতৰ উত্তম ফল হৰি নাম। সেই হৰিনাম কীৰ্ত্তণ কৰি ভকতে নামঘৰক বৈকুণ্ঠ পাতে। নৈমিষা-ৰণ্যত ২৮শ সহস্ৰ ঋষিয়ে সহস্ৰ বৎসৰ হৰি কথা শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্মৰ অনুষ্ঠানৰ নাম "সত্ৰ।" বৰ্ত্তমানো শ্ৰৱণ কীৰ্ত্তন হৰি কথামৃত যত পান কৰিবলৈ পায় তাক সত্ৰ বোলে। তেনে বৈকুণ্ঠ সদৃশ সত্ৰ আৰু নামঘৰত নামকীৰ্ত্তণ নকৰা সকল—"নামৰ দ্ৰোহী নাহি তাত পৰে। ভুঞ্জাইবে যাতনা যম কিঙ্কৰে॥ সিবিলাকেই মহা পাপী।

প্ৰায় সত্ৰ আৰু গাওঁ বিলাকত—ভাদ মাহত নাইকী-মটা সকলোৱে নাম গায়। ভাদ মাহত পুণ্য, আন মাহত পাপ তেনে নহয়। কৃষ্ণশঙ্কৰ মাধৱ দেৱ তিনিৰো তিথি মহোৎসৱ একে মাহত পৰাত ভাদ মাহকে পবিত্ৰ বুলি ধৰে সুবিধা অসুবিধা বুজি আন মাহতো নামঘৰত নাম কীৰ্ত্তন বা প্ৰসঙ্গ কৰা পৰম ধৰ্ম্মৰ বাজে কোনো দোষ নহয়।

নাম প্ৰসঙ্গ আৰম্ভৰ পূৰ্ব্বতে হাত মুখ ধুই সাত্বিক ভাবে বহিব। চোলা পাগুৰীৰে উচ্চাসনত বহি নাম প্ৰসঙ্গ কৰিলে সাত্বিক ভাব নাহে। মুখত তামোল ধপাতলৈ নাম প্ৰসঙ্গ কৰিলে নামক অবজ্ঞা কৰা পাপ হয়।

( নাম প্ৰসঙ্গ সিকিবৰ অৰ্থে "বৈষ্ণৱ কীৰ্ত্তণ, নামৰ মহাত্ম্য বুজিবলৈ নাম ধৰ্ম্ম, শঙ্কৰ দেৱ মাধৱদেৱৰ বাণী বুজিবলৈ "উপদেশ" এই তিনি খন পুথি পাঠ কৰক। )

## গাঁৱৰ মৰ্য্যাদা

নাম কীৰ্ত্তণ কৰিব নজনা মানুহ শিক্ষিত হলেও সি অশিক্ষিত মৰ্য্যাদা হিন। তেনে দৰে মহিলা সকলো শিক্ষিতা হলেও অশিক্ষিতা মৰ্য্যাদা হীনা। ধান নথকা ভঁৰাল যেনে, নাম গাব নজনা স্ত্ৰী পুৰুষো তেনে। গন্ধহীন ফুল যেনে, পঢ়িব নজনা স্ত্ৰী সকলো তেনে। ঈশ্বৰক নামেৰে পূজিব নজনা মানুহ পাপী ভিন্ন পুণ্যবান নহয়। তিৰোতা বিলাকো তেনে। বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী বুলিব লগা তিৰোতাৰ জীৱনত সকাম নাই। নিজৰ মৰ্য্যাদা ৰাখিব নোৱাৰা মানুহে— গাঁও বুলি পৰিচয় দিয়া লাজ। মৰ্য্যাদা ৰাখিব পৰা মানুহ ধাৰ্ম্মীকৰ শাৰীতে সন্মান পায়। গাৱৰ ল'ৰা ছোৱালী ডেকা গাভৰু সকলোকে বিষয়া সকলে নামকীৰ্ত্তণ কৰিবলৈ শিক্ষা দিব। মটা বিলাকে নাম গাওঁতে ল'ৰা বিলাকক লগত নিব; তেনে দৰে মহিলা সকলে ছোৱালী বিলাকক লগ লগাই নিব। ভাদ মাহত তিৰুতা সকলে নাম গাবলৈ অভ্যাস কৰিলেই সুন্দৰ শিক্ষা হব, মাত্ৰ লাগে ধাউতি আৰু যত্ন। বিষয়া সকল আগ বাঢ়িলে পাইক সকল আগ নেবাঢ়ি নোৱাৰে। তেনে দৰে বিষয়ানী সকল আগ বাঢ়িলে পাইকনী যাবই। যি নেযাই দণ্ডৰ ব্যৱস্থা কৰিব। সকলোৰ মুখত ৰাম নাম দিবলৈ যত্ন কৰা সকল বৈকুণ্ঠগামী হয়। যাৰ তেনে যত্ন নাই সি বিষ্ঠা কুণ্ডৰ পলু। তাহাৰ ৰক্ষাৰ নাহি উপায়। অৱশ্যে সিটো অধোগতি যায়॥

( তিৰোতা সকলে নামতি হবৰ ইচ্ছা কৰিলে "বিয়া নাম" আৰু নামঘৰত নাম গাবৰ ইচ্ছা কৰিলে "মহিলা কীৰ্ত্তণ" লওক ।

## গাঁৱৰ বান্ধোন

বিবেক—জ্ঞানহীন পশু-পক্ষী কীট পতঙ্গ পোক পৰুৱাৰো একোটা দল, বা জাক আছে। প্ৰত্যেকে জাক পাতি উড়ে' দল পাতি চৰে, জাক পাতি খায়, দল পাতি থাকে। জাক, বা দল ফালি কোনো এটিও অকলসৰীয়া নহয়, সকলো বিলাক একে মততে চলে। তেনে স্থলত একে গাঁও একে নামঘৰতে খোৱা-পীয়া, একে নাম ঘৰৰে আয়ু স্ত্ৰী তেজ মাংস সুখ সম্পদ লৈ একে বান্ধত নচলা মানুহ পশু পক্ষীত কৈ অধম! তেনে মানুহে দেশ বা গাঁৱৰ নিজক কোনো উন্নতি কৰিব নোৱাৰে। বৰ্ত্তমানকালত একে বান্ধোনত থাকি একে মাউখে চলিব আৰু চলাবলৈ প্ৰত্যেক গাঁবতে লাগিব একো খনি সভা। যাৰ দ্বাৰা গাঁও সংগঠন, উন্নয়ন, শাসন, পৰিচালনাত সুন্দৰ ৰূপে মানুহ বিলাকে শান্তি পাবপাৰে! তাৰ ভিতৰত গাঁৱৰ শিক্ষিত গণ্য মান্য বয়োবৃদ্ধ, জ্ঞান বৃদ্ধ বিষয়া, গাঁও বুঢ়া আদি সকলো থাকিব লাগিব মেম্বৰ: উপযুক্ত সভাপতি, আৰু সম্পাদক। সেই সভাৰ নিৰ্দ্দেশ মতে একে বান্ধোন একে কথাত চলিবলৈ নাৰীৰ পৰা বাঁৰীলৈ সত্য অঙ্গীকাৰ সহ সভাৰ পকা বহিত চহী আৰু নামঘৰত ধৰ্ম্মক চিয়াই সত্য অঙ্গীকাৰ। মানিব নোখোজা জনক দেশ-দ্ৰোহী ৰাইজদ্ৰোহী, ধৰ্ম্মদ্ৰোহী, শাস্ত্ৰদ্ৰোহী, ৰাজ

দ্রোহীৰ গণ্যত উচিত দণ্ড। অন্যথা কাৰীক সমাজৰ পৰা বাজ, আনেও তেনেজনক পশ্রয় দিয়া বাধা। সেই সভাই মাহে দুবাৰ কৈ নাম ঘৰত সৰ্ব্ব প্ৰকাৰ উন্নতিৰ আলোচনা কৰিব।

মহাত্মা গান্ধীৰ বাণী একমাত্র সত্য, অহিংসা, ঈশ্বৰ বিশ্বাস। ধৰ্ম্মৰ যোগে দেশ বা গাঁও শাসন নহলে "স্বাধীন" বোলা ভুল হব। ধৰ্ম্মৰ বান্ধোন ধিলাই দিলে দেশ ৰক্ষা পৰা টান। সেই ভাৱ থাকিব লগিব প্ৰত্যেক খন গাঁৱৰ সভাত। মনত ৰাখিব „ৰাইজেই ৰাজা" স্বৰূপে নিজৰ দেশক নিজে চলাব। ৰীতি নীতি আচাৰ প্ৰবৰ্ত্তন সত্য অহিংসা বিশ্বাস, ধৰ্ম্মক খামুচি ধৰি শাসনত ৰাখিব লাগিব নিজেই নিজক। আনৰ শাসন অপেক্ষা নকৰি ৰীতি নীতিৰে সত্য পথত তিষ্ঠিব পৰা টোকে "স্বাধীন" বোলে। নিজক নিজে শাসনত ৰাখি সকলোৰে হিত কামনা কৰাৰ নাম "স্বৰাজ।" সচ্চৰিত্রবান মানুহৰ মনত মন মিলাই দেশবাসীৰ লগত এক হব পৰাটোৱেই স্বৰাজ আৰু সাধীনতাৰ শক্তি। যাৰ অন্তৰত এনে ভাব নাই সি স্বৰাজ বা স্বাধীনতা পোৱা বা দূৰে থক স্বাধীন বোলে কাক বুজিবলকে বাকী। যি পৰ্য্যন্ত স্ত্রীৰ পৰা পুৰুষলৈ ল'ৰাৰ পৰা বুঢ়ালৈ অন্ততঃ পাঠশালাৰ শিক্ষাকে সম্পূর্ণ নেপায় সি মাত্র এটা অন্ধ পশুৰ দল। এই সম্বন্ধে গাঁৱৰ সভাৰ বাদেও মন্ত্রীৰ পৰা ৰজালৈ দৃষ্টি ৰাখিব লাগিব, কণা আৰু বোবাৰ বাজে নিৰক্ষৰী সকলক ব্ৰহ্ম অক্ষৰী কৰিবলৈ। প্ৰত্যেক মানুহৰ অন্তৰত ধৰ্ম্মৰ ভাব খাঁজ খায় ধৰ্ম্ম কৰ্ম্ম সকলো মানি মহাত্মাৰ বাণী উলঙ্ঘা নকৰিবলৈ। অশিক্ষিত

জ্ঞানহীন জনক গাঁৱৰ সভাই যত্ন কৰিব ধৰ্ম্মৰ উপদেশৰ যোগে তেওঁলোকৰ স্বভাব পৰিবৰ্ত্তন কৰিবলৈ। আৰু মানিব নোখোজা সকলক উচিত দণ্ডৰ বিধান কৰি সজ পথে চলাবলৈ।

নিজ গাঁৱত বসতি কৰা চোৰ ডকাইত শঠ প্ৰবঞ্চক দুষ্ট দাম্ভীক মিছা কঠিয়া, হিংসুক অসদ্ স্বাভাবীক গাঁৱৰ মানুহে ভাল দৰে চিনে। তেনে বিলাকক গুপুতে নেৰাখি যত্ন কৰিব সদ শিক্ষাৰ মানুহৰ শাৰীত ঠাই দিবলৈ। যদি নেমানে বা স্বভাবো নেৰে তেনে জনক সভাই ৰাজ বিচাৰত দি বাধ্য হব উচিত দণ্ড দিয়াবলৈ। সি পিতাপুত্ৰ জ্যেষ্ঠ কনিষ্ঠ আত্মীয় স্বামী ভাৰ্য্যা হলেও ঘৃনাৰে চাই কাৰো ঘৰলৈ যাব নোৱাৰা সোমাব নোৱাৰা খাব নোৱাৰা কৰি তাক বৰ্জ্জন কৰিবলৈ। কোনো জন অকৰ্ম্মণ্য অন্ন বস্ত্ৰৰ অভাব অনানত স্বভাব নষ্ট হৈছে, তেনেজনক উপযুক্ত মতে কোনো কৰ্ম্মত নিয়োগ কৰি অভাব আৰু স্বভাব পৰিবৰ্ত্তন কৰাব লাগিব সভাৰ যোগেই। মানিব নোখোজা গুণ্ডাক আশ্ৰয় দাতা জন সমাজ দ্ৰোহী ঘোৰ দণ্ডনীয়। প্ৰত্যেক গাঁৱৰ সভাই অসদ স্বাভাবিক অতি যত্নেৰেও সদ স্বভাৱলৈ নিব নোৱাৰিলে তেনে জনক কোনো মানুহে আশ্ৰয় নিদি গাঁৱৰ পৰা খেদি দিবলকো বাধ্য হব। মাস্তি হোৱা জনক নাম ঘৰলৈ ঈশ্বৰক সাক্ষী কৰি সপট কৰাব আগলৈ তেনে কাম নকৰো বুলি। ১০০ শটলাৰ মচুলুকা লব আৰু ৰাজ বিচাৰতো দণ্ডনীয় হবলৈ।

মহাপুৰুষ শ্ৰীশঙ্কৰ মাধৱ দেৱে গাঁও সংগঠন, গাঁও সংস্কাৰ

মহাপুৰুষ শ্ৰীশঙ্কৰ মাধৱ দেৱে গাওঁ সংগঠন, গাওঁ সংস্কাৰ গাঁও উন্নয়ন শিক্ষাদীক্ষা আদি যাবদীয় ধৰ্ম্ম কৰ্ম্ম কৰিছিল ও কৰাইছিল একমাত্ৰ নামঘৰৰ যোগেই, মহাত্মা গান্ধীয়ে যি নিৰ্দ্দেশ দিলে সি শঙ্কৰ মাধৱ দেৱে কৰি যোৱা আৰু দি যোৱা উপদেশৰ দ্বিতীয় সোৱৰনী মাত্ৰ। শঙ্কৰ মাধৱ দেৱৰ আদৰ্শই মহাত্মাৰ বাণী বুলি ধৰিব পাৰি।

## গাঁৱৰ দন কাজিয়া।

গাঁৱৰ মানুহৰ খন্তিয়া খুচৰীয়া দন হাই কাজিয়া হবলৈ নিদিব। দৈবাৎ হলেও সভাই বিচাৰ কৰি দোষীক দণ্ড বিহি উভয়ক মিলাই দিব, গাঁৱৰ নাম ঘৰতে। দেনা পাৱনা, ফৌজ-দাৰী দেঁৱানী কলেক্টৰী সদবদ যাবদীয় গণ্ডগোল নিষ্পত্তি কৰিব সভাই গাঁৱৰ নামঘৰত। কোনো জটিল গণ্ডগোল গাঁৱৰ সভাই নিষ্পত্তি কৰিব নোৱাৰিলে সমীপৰ ২।৩ খন গাঁৱৰ সভাপাতি সম্পাদক মেম্বাৰ সকলক লগত লৈ গণ পৰিষদৰ সংখ্যা গৰিষ্ঠত সৰ্ব্ব সম্মতি ক্ৰমে সিদ্ধান্ত কৰিব। গো বধ, ব্ৰহ্মবধ, মদ্যপান, অগম্যাগমন মহাপাপতো প্ৰায়শ্চিত্তৰ সিদ্ধান্ত কৰিব তেনে দৰেই। অপাৰগ বা উপকাৰ যেন বোধ কৰিলে কোনো সত্ৰলৈকো পঠাব পাৰে। গাঁৱৰ অন্যায় অত্যাচাৰ যাবদীয় অশোভনীয় নিন্দিত কৰ্ম্ম দূৰ কৰণৰ ভাৰ সভাই হাতত ৰাখি বিচাৰত যুক্তি যুক্ত সিদ্ধান্ত কৰিব একমাত্ৰ নামঘৰত। চোৰ ডকাইত অন্যায় অধৰ্ম্ম দূৰ হবলৈ উপদেশ দিব নামঘৰতে। নামঘৰত কৰা কৰ্ম্মৰ গাম্ভীৰ্য্যতা আছে। সত্যক জয় আৰু

**পাপীক পবিত্র কৰা স্থান, পাপৰ যম কাল পুণ্যৰ পৰম বান্ধৱ এক মাত্র নামঘৰ।**

কাৰো লগত কোনেও দন কাজিয়া নকৰা গাঁৱত আয়ু শ্রী বৃদ্ধি হৈ লক্ষ্মী বসতি কৰে। পৰষ্পৰ হিংসা খিয়াল দন কাজিয়া থকা গাঁৱৰ মানুহ দৰিদ্র হৈ সোনকালে ধ্বংস পায়। পাপক গুপ্ত নকৰি দোষীক দণ্ড পাপীক উদ্ধাৰ কৰা গাওঁ পৰম ধাৰ্ম্মীক আৰু পৱিত্র। পাপীক গোপনে ৰখা মানুহ পাপীৰ পৰিবৰ্ত্তে নিজেই পাপী হয়, তেনে ঠাইত ঈশ্বৰ বাস নকৰি দূৰতে বিদূৰ হয়। নিজৰ গাঁৱত থকা অসদ স্বভাৱী পাপীক বাচি উলিওৱা কৰ্ত্তব্য কৰ্ম্ম গঁয়াৰ মানুহ আৰু বিষয়া সকলৰ। যি জানি শুনিও ঢাকন দি থয় সি ভণ্ডামী, ঈশ্বৰক ফাকি দিয়া পাপত পবিত্রান নেপায়। মানুহৰ লগত পশু থাকিলে নিচিনা জনো পশুৰ লগৰে জন্মান্ধ পশু। আত্মীয় কুটুম্ব ভাই বংশৰ কৰ্ত্তব্য কৰ্ম্ম, ফাকি ফুকা চোৰ ডকাইত শঠ প্রৱঞ্চক সকলক সদ স্বভাৱলৈ টানি অনা। অসদ স্বভাবীক সদ স্বভাবলৈ যি টানি নিয়ে সেয়ে বন্ধু। ঢাকি থৈ পাপীৰ আশ্রয় দাতা পিতা-মাতা জ্যেষ্ঠ কনিষ্ঠ পৰম বান্ধৱ হলেও সি মহাশত্রু।

## অপকাৰীতা।

গাঁৱৰ মানুহে আগৰ কালত চাহ চিৰা মূড়ি দোকান বা হোটেলত কিনি নেখায়, জাত কুল যোৱাৰ ভয়। বৰ্ত্তমান ঘৃণা নাই জাতিৰ বিচাৰ নাই বিদেশীৰ যি জাত যি কুল হক সি পৱিত্র। বিধৰ্ম্মীৰ দোকানৰ চাহ চিৰা খোৱা হিন্দুৰ সংখ্যাই

বেচি। নানান হীন জাতিয়ে খাই যোৱা বাচনেই বামুণৰো ভোজন পাত্র তাত বিচাৰ নাই। এনে নিয়ম গাঁৱৰ সভাই বন্ধ কৰিব লাগিব। তাৰ দ্বাৰা জাত কুল যোৱা বাদ দিয়ো সংক্রামক ৰোগ হাইজা, বসন্ত, গ্রহণী, যক্ষ্মা, কুষ্ঠ, গলিত ঘা আদি অনেক ৰোগৰ বীজ কিনি লৈ পেটত যাহ দিয়া হয়। বেমাৰী আজাৰী নীচ ঘৃণনীয় জাতিৰ সেপ লালতি নিজৰ মুখত দি নিজৰ মর্য্যাদা নিজে নষ্ট কৰি মৰিবলৈ আগ বঢ়া হয়। মদ ভাং কাণি চুৰত মলা ধপাত দেহৰ অনিষ্টকাৰী বুলি ঘৃণনীয় হলেও খোৱাৰ সংখ্যা এটাইতকৈ বেচি। কাৰণ তাত কাৰো হকা বধা নাই নিজৰ ইচ্ছা। পিতৃ মাতৃ জ্যেষ্ঠ জনে নিজৰ লৰা ছোৱালী বিলাকক বাধ্য কৰাব, তেনে বোৰক ঘৃণাৰে ত্যাগ কৰাবলৈ। ছাত্র ছাত্রী সকলক মাষ্টৰ বা পণ্ডিতে কিতাপ পঢ়ালেই নহয়, ৰাগীয়াল বস্তুৰ অপকাৰীতা বুজাই দি যত্ন কৰিব তাক প্রতি ঘৃণা জন্মাবলৈ। গাঁৱৰ বিষয়া সভ্য সকল আদর্শ স্বৰূপ হৈ শিক্ষা দিব লাগিব তল থাপক। চোৰ, ডকাইত, হিংসা বৈৰতা মিছা বেশ্যা চল চাতুৰী, কাম, ক্রোধ লোভ, মোহ, মদ মাৎচর্য্য, মানুহৰ মনৰ পৰা আতৰাই—চেষ্টা কৰিব ঘিন লগাবলৈ। ইয়াৰ অপকাৰীতা সম্পূর্ণৰূপে বুজি যাতে নিজে এৰিবলৈ বাধ্য হয়। ইয়াৰ দ্বাৰাই মানুহৰ ধর্ম্মনীতি সমাজ নীতি সকলো মনত খাঁজ খাই গাওঁ বিলাক পৰম পৱিত্র স্বর্গপুৰী হব। মদ ভাঙ কাণি চুৰত মলাধাপাত এই কেটা গাঁৱৰ পৰা আত বালেই গাঁৱৰ মানুহ বোৰ দেৱ তুল্য হব পাৰে।

( এই সম্বন্ধে স্পষ্টৰূপে বুজিবলৈ ভক্তি সাধন, ৰিপুঞ্জয় স্মৃতি আৰু "উপদেশ" এই তিনি খনি পাঠ কৰক )

## আই সকলৰ কৰ্ত্তব্য।

মহিলা সকলে মাহে দুবাৰকৈ নামঘৰত গোট খাই আলোচনা কৰিব, সূতা কটা, কাপোৰ ধোৱা, ৰন্ধা বঢ়া, অতিথি শুশ্ৰূষা, ঘৰ চোতাল, বাট পছুলী, কাঁহি বাতি, কাপোৰ কানি চাফ চিকণ, স্বামীসেৱা গুৰুসেৱা পুত্ৰ কন্যাক প্ৰতিপাল। কৰাৰ বিষয়ে ভাই ভনী সকলৰ সদশিক্ষা—মিলা প্ৰীতি হিংসা খিয়াল দন কাজিয়া বেয়া কথা বেয়ামাত নিন্দিত ঘৃণনীয় স্বভাব, কৰ্কশ নিষ্ঠুৰ ভাব দূৰ কৰা। লৰা ছোৱালী বিলাকক শাও সপনি ঘৃণনীয় গালি অশ্লীল মাত কথা যাবদীয় অশ্ৰাব্য অবাচ্য সকলো মনৰ পৰা বাদ দি সৰল সুশীলতা সুশৃঙ্খলতা মধুৰ বাক্যাদিৰে কি দৰে ঘৰখন চলাই—অভাব অনাতনত নপৰি গৃহলক্ষ্মী স্বৰূপ হব পাৰি আৰু যাৰ দ্বাৰা গৃহস্থীৰ সুখ সম্পদ বৃদ্ধি পায় তেনে আলোচনা কৰিব।

পুৰুষ পাচ পৰিলেও মহিলা সকল নামঘৰলৈ পাচ নপৰিব। পুৰুষতকৈ তিৰোতা সকলক প্ৰতি ভগৱন্ত অলপতে তুষ্ট হয়। পিতৃত কৈ পুত্ৰ কন্যাৰ মঙ্গল কামনাত ঈশ্বৰে মাতৃৰ প্ৰাৰ্থনা সোনকালে পূৰ্ণ কৰে। গোপতকৈ গোপপত্নী সকলে কৃষ্ণক বেচিকৈ বশ কৰিব পাৰিছিল। কালী সৰ্পত কৈ পত্নীৰ স্তুতিত ঈশ্বৰ প্ৰসন্ন হৈছিল। বিপ্ৰ সকলে পত্নী সকলৰ ভক্তিৰ বলত

হে ঈশ্বৰক চিনিব পাৰিছিল। নাৰী জাতিয়ে ভকতিৰ বলত পতি পুত্ৰ কন্যাকো ৰক্ষা কৰিব পাৰে। সচ্চৰিত্ৰৱতী তিৰুতাৰ যোগে অচলা লক্ষ্মী বশতি কৰে। পত্নীৰ ভকতিৰ বলত স্বামী উদ্ধাৰ হব পৰা শক্তি পায়। এতেকে ঈশ্বৰ আৰু নাম ঘৰৰ প্ৰতি ধাউতি বেচি হবলৈ যত্ন কৰিব মহিলা সকলে।

( তিৰুতা সকলে মহিলা কীৰ্ত্তণ আৰু নাৰী নীতি নামৰ কিতাপ দুখনি পঢ়ক )

## নাম ঘৰত হব পাৰে কি ?

শ্ৰৱণ, কীৰ্ত্তণ, অৰ্চ্চন, বন্দন, দাস্য, সখিত্ব স্মৰণ, পদ সেবন আৰু আত্মনিবেদন এই নৱবিধ ভক্তি সিদ্ধি হব পাৰে নামঘৰতে।

১। একান্ত মনে নাম কীৰ্ত্তন শুনিল সেয়ে শ্ৰৱণ।

২। নিজে নাম গালে সেয়ে কীৰ্ত্তণ।

৩। গুৰু মুখে নাম শুনি যপ কৰিলে সেয়ে স্মৰণ।

৪। ঈশ্বৰ কৃষ্ণৰ ৰাতুল চৰণ দেখি সেৱা কৰাটো পদ সেবন।

৫। কায়বাক্যমনে এমুঠি মাহ চাউল আৰু নিজৰ দেহাক ঈশ্বৰক শোধাই দিয়াটো—অৰ্চ্চন।

৬। ভৃত্য ভাৱে গুৰু ভকত ঈশ্বৰক সেৱা কৰাটো—দাস্য।

৭। শঙ্কট বিপদ ইহ পৰকালত নেৰিবা বুলি সেৱা কৰা—সখিত্ব।

৮। আত্মা আৰু ঈশ্বৰক এক কৰি সেৱা ধৰা—আত্ম নিবেদন।

৯। সকলো প্ৰাণীৰ আত্মাক ঈশ্বৰ ভাবি সেৱা কৰা—বন্দন।

শ্ৰৱণৰ পাচত মূল মন্ত্ৰ আৰু উপদেশ পাহৰিলে সঙ্গীয় ভকত সকলক গোটাই পৰস্পৰে সোঁৱৰিব পাৰে।

ভজনৰ পাছত গুৰুবাক্য পাহৰিলে সঙ্গীয় ভকত সকলে গোট খাই পৰস্পৰ সোঁৱৰণ কৰি লব পাৰে। ইত্যাদি বিলাক সকলো হব পাৰে একমাত্ৰ নামঘৰতে।

( নৱবিধ ভক্তি সম্বন্ধে ভক্তিতত্ত্ব দৰ্পণ আৰু বৈষ্ণৱ নিত্যকৃত্য পাঠ কৰি চাওক। )

## নাম ঘৰত নিষেধ

নামঘৰত কাঠি কামি চাঁচি কাটি ঘূগুলা কুটা নেপেলাব; উপৰি পুৰুষৰ বুকুত শত লোহাৰ মুদ্গৰ পৰা আঘাত পায়। নামঘৰত থু খেকাৰ শেঙুন নেপেলাব, পিতৃ পিতামহে তাক ভুঞ্জিব লগা হয়। তিতা তিয়নীৰ পানী পৰিলে উপৰি পুৰুষৰ মুখত মলমূত্ৰ ত্যাগ কৰাৰ সমান দোষ হয়। নামঘৰৰ খেৰ টানি দাঁত খৰিকালে মুখ ৰোগী হয়, কান খৰিকালে কলা হয়। নামঘৰৰ ভিতৰত খং উঠিলে সৰ্প জন্ম পায়। অহঙ্কাৰ কৰিলে ৰাঘ জন্ম পায়। নামঘৰৰ বস্তু চুৰ কৰিলে কুষ্ঠ ৰোগী হয়। বেৰ ছাল খুটা কামি চুৰ কৰি খালে অচিন ৰোগে বাঁহ লয়। নামঘৰত মলমূত্ৰ ত্যাগ কৰিলে নৰক কুণ্ডত বাসা পায়। মৰা মৰি কৰিলে কুকুৰ জন্ম পায়। নামপ্ৰসঙ্গত হাই কৰিলে যমদূতে কাণত তপত শলা বায়। নাম

ঘৰৰ ভিতৰত বেয়া কথা আলচিলে গাহৰী জন্ম পায়। মাহ প্ৰসাদ আদি ঈশ্বৰৰ বস্তু ভকতে খোৱাৰ পূৰ্ব্বতে গাল মাৰিলে কাউৰী জন্ম পায়। নামঘৰৰ ভিতৰত অবাচ্য মাত মাতিলে ছাগলী জন্ম পায়। খঙত আনলৈ হাত ভৰি দাঙ্গিলে কোঙা আৰু খোৰা হয়। জাঙ্গিয়া বা পটলং লুঙ্গি পিন্ধি নামঘৰ সোমালে ইহকালত শক্তি হীন পৰকালত নপুংসক হয়। নামঘৰৰ চাৰি সীমাৰ ভিতৰত মল মূত্ৰ কৰিলে কুকুৰ জন্ম পায়। অত্ৰাহি হলেও এনে কাম অতি যত্নে বাদ দিব। নামঘৰৰ বাজেও এনে বোৰ স্বভাৱ যি বাদ দিব পাৰে সেয়ে ধাৰ্ম্মীক। অৰ্থাৎ যাৰে গাত এনে স্বভাৱ নাই সেয়ে পুণ্যবান, সেয়ে নৰৰূপী দেৱতা।

## নামঘৰৰ উপদেশ।

নামঘৰৰ ভেটি চৰকাৰী কৰা যুক্তিহীন। এজনৰ নামত পট্টা কৰি ৰাইজৰ পৰা খাজনা দিব। নহলে সেৱা সকাম নিষ্ফল, সফল হব মাত্ৰ ৰজাৰ। মানুহৰ শৱ দাহত পট্টাৰ মাটিকো কিনিলৈ কাঠসংস্কাৰ কৰে। তেন্তে নামঘৰৰ খাজনা নিদিব কিয়? নামঘৰক লাগে কমেও এবিঘা মাটি। চাৰিসীমাৰ ভিতৰত পানীৰ আতক নপৰা লাগে এটা পুখুৰী। তাৰ পানীত হাত ভৰি মুধুব হাতেৰে পানী নেখাব আৰু মুখ ধুই পানী নেপেলাব। কাপোৰ গামোছা নিতিয়াব মুধুব। মাহ চাউল ধোৱা তিওৱা পুখুৰীত

নকৰিব। নামি গাধোৱা পুখুৰীৰ পানী অতি অপৱিত্ৰ, ঈশ্বৰে নলয়; মানুহে খালেও বেমাৰ হয়।

সৰু হলেও মানুহক পুখুৰী লাগে দুটা। এটা পৰিষ্কাৰ পৱিত্ৰ পানী খাবলৈ, আনটোত গা ধোৱা, কাপোৰ ধোৱা হাত ভৰি মুখ মাহ চাউল শাক পাচলি কাঁহি বাতি ধোৱা ইত্যাদি। মাছ মাংস কোনো পুখুৰীতে নুধুব। মল মূত্ৰ গোবৰ জাবৰ গেলা পচা বেয়া বস্তু পুখুৰী পাৰত নেপেলাব। তাৰ দ্বাৰা হাইজা কলাজ্বৰ উৎপন্ন হয়। লৰা ছোৱালীৰ মল মূত্ৰৰ ফটাকানি পুখুৰীত নুধুব। দুষিত জলে মানুহৰ আয়ু শ্ৰী নষ্ট কৰি চিৰ ৰোগী কৰে।

গাওঁ বিলাকত শৌচ প্ৰসাৱৰ নিৰ্দ্দিষ্ট ঠাইৰ অভাবে কলতল, বাহঁতল, বাৰীৰ আগফাল পাছফাল লেটেৰা সোমাব নোৱাৰা দুৰ্গন্ধযুক্ত হয়। সেই বাবেই বেমাৰ আজাৰ নুগুছা হয়। চোতালৰ আগ, পদূলী মূৰ গোবৰে জাবৰে লৰা ছোৱালীৰ গুমূতে ভৰা। তেনেহলেই গৃহ-স্থীৰ লক্ষী-হিন শ্ৰী ভ্ৰষ্ট হয়, আৰু সংক্ৰামক ৰোগে আক্ৰমণ কৰে।

প্ৰত্যেক ঘৰত ৯। ১০ হাত দ' ৪। ৫ হাত বহল গাঁত খানি পায়খানা কৰা উচিত। ল'ৰা ছোৱালীৰ বিষ্ঠা মূত্ৰৰ কাৰণেই তেনে সুচল কৰি প্ৰতি ঘৰে ললে ধৰ্ম্ম কৰ্ম্মৰ লগে লগে বেমাৰ ৰোগ ব্যাধিত ভুগিব নলগা হয়।

ঘৰৰ পানী খোৱা পুখুৰী নামঘৰৰ পুখুৰীৰ দৰেই পৱিত্ৰ

পৰিষ্কাৰ কৈ ৰাখিব। বিশ্বাস নথকা পুখুৰী ওচৰ হলেও পানী খাব নেপায়। স্বাস্থ্যৰ কাৰণে নিজৰ যত্ন যেনে আনে তেনে যত্নত নেৰাখিব পাৰে।

## নামঘৰত ৰাখিব লাগে কি ?

নাম ঘৰত লাগে পুথিৰ ভঁৰাল। আন নহলেও কীৰ্ত্তন দশম ঘোষা, ৰত্নাৱলী, গুণমালা, ভট্টিমা, বড়গীত, গীতা, ভাগৱত গুৰু চৰিত্ৰ আদি শাস্ত্ৰ নহলে অঙ্গ পূৰ্ণ নহয়। শঙ্কৰ দেৱৰ নিজ মুখৰ বাণী—যত কীৰ্ত্তন দশম থাকে, তাতে মই থাকো। মাধৱদেৱে কৈছিল—যত ঘোষা ৰত্নাৱলী থাকে ময়ো তাতে থাকো। উপৰুক্ত পুথি যত থাকে তাতে নাম গুৰুদেৱ ভকত সকলোকে পায়।

পুথি থাকিলেই নহয়, তাক সপ্তাহত এবাৰকৈ চৰ্চ্চা কৰিব। চৰ্চ্চা কৰিলেই নহয়, মনত ৰাখি আচৰণ কৰিব। গুৰু গোসাই ভকতৰ পৰা জটিল অৰ্থ বুজি লব, তাৰ লগতে প্ৰসঙ্গৰ আৰ্হি আৰু পৰমাৰ্থতত্ত্ব।

[ এহেজাৰ ঘোষাৰ অৰ্থ বুজিবলৈ "ঘোষামৃত" এখনি লওক। সবাহ নাম-গোৱাত পাঠ কৰিবলৈ সাঁচি পাতৰ আৰ্হিৰ কীৰ্ত্তণ পুথি ৰাখক। জন্মাষ্টমীত পাঠ আৰু থাপনাৰ কাৰণে দশম পুথি এখনি লওক। ৰত্নাৱলীৰ অৰ্থ বুজিবলৈ শব্দাৰ্থ ভাঙ্গনী ৰত্নাৱলী খনি ৰাখক। যাবদীয় ধৰ্ম্মপুথি শাস্ত্ৰ ৰাইজক যোগাবলৈ আমাৰ সত্ৰ পুথি ভৰাঁলত মজুত আছে। আমাৰ একমাত্ৰ উদ্দেশ্য পুথিৰ যোগে সকলো ৰাইজক ধাৰ্ম্মিক কৰি তোলা। ]

# মাঘৰ বিহুত মেজি।

জনা বুজা ৰাইজে মাঘৰ বিহুত মেজি নামঘৰৰ কাষতে পাতে বাজে ৰভা পৰালি দি ভোজ ভাত খায়। পানীৰ অভাৱত আনতো পাতিব লগা হয়। নামঘৰৰ কাষত পতা মেজিৰ মানুহে নামঘৰত মাহ প্ৰসাদ দি নাম কীৰ্ত্তণৰ অন্তত ভোজত বহিব পাৰে। গায়ন বায়ন থাকিলে নাম ঘৰতে গাই বাই ৰঙ্গে আনন্দে হীৰা নাম উঠা নামত ৰাতি কটায়। নহলে বাজে দিয়া ৰভাতে নাচি বাগি ধেমালি কৰে। গধুলি চাকি লগোবাৰ লগে লগে জয়ধ্বনি আৰম্ভ কৰে। তাৰ দ্বাৰা তৃণ তৰুলতা ভোজৰ দ্ৰব্য পবিত্ৰ হয়। সাধাৰণ ল'ৰা ছোৱালী বিলাকে "জয়ৰাম" বুলিবলৈ আনেক উপদেশ দিয়ে। আন সকলে.তাৰ উত্তৰত কয় অকল ৰাম বুলিলেই নহয়, তাৰলগতে "জয়হৰি" বোলা। নিজে ৰাম বুলি আনক জোৰেৰ বোলাবলৈ, আৰু আন সকলেও লগতে হৰিবুলিবলৈ জোৰেৰে দিয়া উপদেশ অতি শ্ৰেষ্ঠ। ৰাম আৰু হৰি ঈশ্বৰৰ নামক "জয়যুক্ত" কৰি আনকো পৱিত্ৰ কৰে। ইয়াৰ দ্বাৰা শ্ৰৱণ কীৰ্ত্তন দুইটা হয়। এজনে জয় ৰাম বোলোতে আন সকলৰ শ্ৰৱন। আন সকলে জয় হৰি বোলোতে তাৰা সকলৰ কীৰ্ত্তণ।

সূৰ্য্য উদয়ৰ লগতে স্নান কৰি মেজিত জুইদিয়ে। বিনা স্নানে মেজিৰ তাপ গাত নলগায়, লগালে ব্যাধি হয়। হৰি মন্দিৰৰ কাষত থকা পুখুৰী সদাই পবিত্ৰ। তদুপৰি সন্ধ্যাৰ

পৰা পুৱালৈ "জয়ৰাম জয়হৰি" শবদে গংগা তুল্য কৰে। তেনে জলত স্নান কৰিলে ত্ৰিবেনীত স্নানৰ ফল পায়। হৰি মন্দিৰৰ জয়ধ্বনিয়ে তৰুলতা তৃণকো পৱিত্ৰ কৰে।

ধান ছপাই নিজগৰি হৈ মনৰ ফুৰ্ত্তিৰে ভোজ ভাত সান্দহ, চিৰা পিঠা, লেয়, পেয়, চৰ্ব্ব, চুচ্য বস্তু আদি খাই আনন্দ উপভোগ কৰে, মাঘৰ বিহুত। একে গাঁৱৰ মানুহে একে লগে ভোজ ভাত খায় ৰং তামচাৰে ককাই ভাই বাই ভনীৰ দৰে সম্বন্ধ ৰখা উপায় ইয়ো এটা লেখত পৰা। ইয়াৰ লগতে ভকত বৈষ্ণৱ সকলৰ তিনি বিহুত নিঃকামী সেৱা নামঘৰত দিগল শ্ৰীশঙ্কৰ দেৱে।

খেতি কৃষিৰ দুঃখ কষ্ট ভাগৰ দূৰ কৰি, ৰোগ ব্যাধি নাশৰ অৰ্থেই প্ৰত্যুষে স্নান কৰি মেজি পুৱাই। তাৰ দ্বাৰা শীত কালৰ অচলিত ৰক্ত মেজিৰ তাপত চলাচল হয়। শীতক অগ্নিত আহুতি দি গৰমক আহবান কৰে। শীতত উত্তাপ, গৰমত শীত, পোৱাটোকে মানুহে সুখ বুলি ধৰে। প্ৰাতঃকালৰ তপ্ত সুবৰ্ণৰ বৰ্ণক-চেৰ পেলোৱা মেজিৰ অগ্নিৰ শিখাক ঈশ্বৰৰ বৰ্ণৰ জ্যোতি বুলি ভগৱন্তক নমস্কাৰ কৰে। জ্ঞানী সকলে হৰি নামৰূপী হুতাসনত—শৰীৰৰ ছয়ৰিপুক মাহ, গোটকৰাই, তিল, পিঠা আলু কচু ৰূপে নিক্ষেপ কৰি পৱিত্ৰ হয়—।"পাতক শুকানবন, হৰিনাম হুতাসন, ক্ষনেকতে দহিকৰে চয়।" হৰি নাম পাপ দাহন অগ্নি। মনৰ আক্ৰোশ ছয়ৰিপুৱে পাপ। শুকান বন সদৃশ পাপক হৰিনাম অগ্নিত আহুতি দি পাপক ভষ্ম কৰে।

# কপৌৰ কুটা

পুৰাণৰ কথা। এজোপা গছত এহালি কপৌ চৰাইৰ বাঁহ। তাৰ তলত হৰি মন্দিৰ লৈ মানুহে খেৰ বেত বাঁহৰ দ'ম কৰিলে। চৰাই হালিয়ে তাৰ কোনো উদ্দেশ্য নুবুজিলেও মানুহৰ লগতে ২।৪ দাল কৈ কুটা দিবলৈ ধৰিলে। ঈশ্বৰৰ ইচ্ছাত এদালি কুটা খেৰত মিহলিহৈ নামঘৰ চাৱনিত পৰিণত হল। সেই পুণ্যৰ ফলতে কপৌ হালিয়ে পক্ষী দেহ এৰি বৈকুণ্ঠবাসী হল।

সেই কথাকে বৰ্ত্তমান মুখে মুখে কয়। কপৌৱে কুটা এদালি দিয়ো তৰিছিল বুলি। বৰ্ত্তমানো তাকে বিশ্বাস কৰি হৰি মন্দিৰ নামঘৰ নিৰ্ম্মাণৰ অৰ্থে যি যেনে দৰে পাৰে সি তেনে দৰে শক্তিমত সহায় কৰে। এখন গাঁৱে আন গাঁৱক সহায় খুজিলেও যত দূৰ পাৰে সহায় দি পূণ্য অৰ্জ্জন কৰে। ধনী পুণ্যৱান সকলে থান সত্ৰ গাওঁ বিলাকত প্ৰকাণ্ড নামঘৰ সজাই দিয়ে। অসমৰ্থ জনে আংশিক সহায় দিয়ো ধৰ্ম্ম আৰু পুণ্যৰ ভাগ লয়। দুখীয়া দৰিদ্ৰ সকলেও খেৰ বেত বাঁহ কাঠ টকা টো আধলিটোৰে সহায় দিয়ে। ইঅকল হিন্দুৰে নহয়, খৃষ্টান মুচলমানেও পৰস্পৰক সহায় কৰে। সেই আশাতে ৰজায়ো নামঘৰৰ মাটিৰ খাজনা মাফ দিয়ে। জঙঘল বিভাগৰ পৰাও কাঠ বাহ বেত বিনামূল্যে দিয়ে।

———

## ৰাজ হুৱা বস্তু

নামঘৰত ২।৩ খন ৰাজহুৱা শৰাই, কাম সকামত অতাঁ কৈ খৰাহি পাছি বৰটৌ, বৰ কলহ, মাহ চাউলৰ নদীয়া, বৰ বাতি, বৰ কাঁহি, সৰুটৌ, হেতা, জাতি, ঘটি, বাতি, লোটা চৰিয়া, বিছনা গাৰু, আঠুৱা, মেৰধাৰী বৰপীড়া, কুহিলা কঠ, ধাৰি পাতি, কাপোৰ পৰ্য্যন্ত, থগা, গছা, মাটিৰ চাকি, কপাহ, তেল, জুইৰ বাং, পেট্ৰল লেম্প, হাত বাতি, ভোৰতাল, পতিতাল, খুমতাল, . খুটিতাল খোল মৃদং আদি শক্তি মত যাৱদীয় আৱশ্যকীয় বস্তু ৰাজহুৱা কৈ ৰাখিব পৰাটো গাঁৱৰ কীৰ্ত্তি, তাৰ দ্বাৰা গাৱৰ মৰ্য্যদা বৃদ্ধিপায়।

## লবৰ উপায়।

গাঁৱৰ ক্ষুদ্ৰ বুদ্ধিৰ মানুহে ৰাজহুৱা হুছৰীত পোৱা টকাৰে লোণ খায়। হুছৰী গাব নজনা অকৰা, বোবা, খোৰা, কোঙা, বিধৰা বৃদ্ধ-বিলাকে লোণৰ অভাবত ভাত এৰা নাই। হুছৰীৰ নীতি নথকা জাতি, দুখীয়া দৰিদ্ৰৰ ভাতৰ আকালত উপবাস হলেও লোণৰ অভাবত নহয়। তথাপি আৰ্থিক অৱস্থা পন্ন উপজীবি থকা মানুহে ৰাজহুৱা টকাৰে লোণ খোৱা মহাপাপ নহব কিয়, অন্ন জলৰ অভাবত নপৰা অদৰিদ্ৰ ৰাইজে ৰং তামচাৰ চলে গিৰিহতঁক ৰেপি ছেপি ৱলেৰে পয়ছা আদায় কৰি লোণ খোৱা অমৰ্য্যদালী দাল দৰিদ্ৰ ভীকহুৰ চিন।

বছৰ শেষ নতুন বছৰ আৰম্ভৰ দিনক চ'তৰ বিহু বোলে। তেনে পৱিত্ৰ দিনত জুলী জোলোঙা লৈ নাচিবাগি ধোল পেঁপা তালেৰে ভীক্ষা মাগি লোণ খোৱা বিলাকৰ ঈশ্বৰে অন্ন জলৰ কষ্ট নিদি আৰু দিব কাক? নাৰী বাঁৰী দুখীয়া দৰিদ্ৰ নিচলাক ছেপি খুন্দি পয়ছা লৈ লোণ খোৱা ভোজ খোৱা সকল পৰ জন্মত ঋনি নহলে আৰু হব কোন? পূৰ্ব্বৰ এনে ৰীতি-নীতি হলেও বৰ্ত্তমান কালত নিন্দিত ঘৃণনীয় আৰু মহাপাপ। পূৰ্ব্বৰ নীতি অনুসাৰে হুছৰী-গাই ঈশ্বৰ সেৱা ভকত সেৱা কৰিলে দাতা সকলৰ পুণ্য হয়। সেৱাৰ অৱশিষ্ট টকাৰে নাম ঘৰৰ অৱস্থা টনকীয়াল কৰোতা সকল পৰম ধাৰ্ম্মীক। তেনে বিলাকক অন্ন জল নিদি আৰু দিব কাক? হুছৰীৰ টকাৰে যাবদীয় ৰাজহুৱা আৱশ্যকীয় মাল মত্তা মজুত কৰি হৰি মন্দিৰ স্থায়ী ভাবে নিৰ্ম্মাণত গাঁৱৰ নামঘৰ জিলি কাই, তাৰ—জ্যোতিৰে গাঁৱৰ সৌন্দৰ্য্য বঢ়াব পৰা সকল স্বৰ্গৰ দেৱতা। অন্ততঃ ১২।১৪ বছৰ তেনে দৰে টকা মজুত কৰি নাম ঘৰৰ অৱস্থা উন্নত, আৰু মাল মত্তাৰ অভাৱ অনাতন দূৰ কৰিব পৰা সকল জ্ঞানী, পুণ্যবান সেয়ে বৈকুণ্ঠবাসী। তেনে সদকামী হুছৰীক দান দক্ষিণা দাতা সকলে পৰম সৌভাগ্য লাভ কৰে; আৰু সি সকলৰ আৰ্জ্জিত পুণ্যৰ তৃতীয় অংশৰ এক অংশ পায়।

ধৰ্ম্মৰ হীতকাঙ্ক্ষী সকলে তাৰ লগতে ৰাইজৰ দণ্ড দায় মেল গোছৰ গায়ণ ধুলীয়া দহা কাজ প্ৰায়শ্চিত্ত, শৰাই দিয়া বিয়া সবাহ অশৌচ খেদা ইত্যাদিত পোৱা ৰাজহুৱা পয়ছা সদ কামত খৰচ কৰিলে পাপ খণ্ডন হৈ ধৰ্ম্মৰ ভাগ পায়।

## গাঁৱৰ নাম ঘৰত দৰা।

শত কড়া ৯০ খন গাঁৱত দবা নাই। দবা নহলে গাঁও বা নামঘৰ নহয় তেনে কাৰণ নাই। আগৰ কালত যেয়ে সেয়ে দবা-লব নোৱাৰে, ৰাজা আৰু গুৰুঘৰৰ মানা। বৰ্ত্তমান কালত নামঘৰ যেনেহক লাগে মাত্ৰ দবা, সত্ৰ সভাৰ শাৰীতে গাঁৱৰ নাম ঘৰ আৰু সত্ৰৰ নাম ঘৰৰ মৰ্য্যদা একেনে পৃথক, লক্ষ কৰিব লগা তাকো। সত্ৰৰ শিষ্য পূব পশ্চিম উত্তৰ দক্ষিণ অসম ব্যাপী। অসংখ্য শিষ্য আৰু ভকত বৈষ্ণৱ সকলৰ মাজত সদৰ নামঘৰ এটা। নিজ নিজ গাঁৱৰ নাম ঘৰত সত্ৰৰ নাম ঘৰলৈ শ্ৰদ্ধা ভক্তি আদৰ সন্মান বেচি। সত্ৰৰ নাম ঘৰলৈ বা সত্ৰলৈ সোণৰূপৰ ফুল চন্দ্ৰতাপ ভাগৱতৰ কাপোৰ গাঁৱৰ পৰাই আহে উজনী নামনি শদীয়াৰ পৰা ধুবুড়ীলৈ, নগা পৰ্ব্বতৰ পৰা ডফলা পৰ্ব্বতলৈ। হাজাৰ হাজাৰ শিষ্যে পুত্ৰ পৰিবাৰৰ মঙ্গল প্ৰাৰ্থনা কৰে সত্ৰৰ নাম ঘৰত। পৰকালৰ বিত বস্তু জীৱতৰণৰ উপায় বিচাৰি লয় সত্ৰৰ নাম ঘৰত। অনেক দূৰৰ পৰা সেৱা সকাম কৰেহি সত্ৰৰ নাম ঘৰতে। গাঁৱৰ নাম ঘৰলৈ তেনে দৰে নাহে। সত্ৰৰ নাম ঘৰত সত্ব ৰজতম তিনি গুণ থাকে; গতিকে সত্ৰৰ নাম ঘৰত লাগে দবা। এঘৰীয়াৰ কীৰ্ত্তণ ঘৰতকৈ ৰাজহুৱা নাম ঘৰৰ মৰ্য্যদা বেচি। তেনে দৰে ৰাজহুৱা নাম ঘৰতকৈ গান সত্ৰৰ কীৰ্ত্তণ ঘৰৰ মূল্য বেচিনুবুলি নোৱাৰে।

তেনে উচ্চত্তম নামঘৰৰ দবাৰ শব্দ "দম দয়া দান" বুলি তুপৰীয়া গধূলি নৰ নাৰীৰ কাণত দিয়ে। শুনা মাত্ৰ কোনো

জনে "ৰাম কৃষ্ণ" বোলে। দম দয়া দান শবদৰ মূলতত্ত্ব শিক্ষাৰে সত্ৰ সমূহে জীৱক সদগতি দিয়ে। গাঁৱৰ নাম ঘৰত তেনে শক্তি নাই, তেন্তে দবাৰ সাৰ্থকতা কিছু ভাবি চোৱা উচিত। যুক্তি পূৰ্ণ কল্পনাৰ মূলতত্ত্ব নহলে দবা মৰা দোষ বুলি ধৰে। আজি কালি যেয়ে সেয়ে দবাত মাৰ ধৰে সময় অসময় একো নাই যেনিবা বিহুমৰা ধোল। মহাপুৰুষ শঙ্কৰ দেৱৰ দম দয়া দান বৈকুণ্ঠৰ হৃদয় গ্ৰাহী কৰ্ণ শোধনৰ মহা মন্ত্ৰ শৰীৰৰ শান্তি শব্দক কঠিয়া তলিৰ ভাটৌ খেদা টিনত পৰিণত কৰাত কৈ দোষ পাপ আৰু হব কি? ভগা-তাতৰ চালিত ভোৰ তাল বোৱা যেনে, মূলতত্ত্ব নুবুজি দবা মৰাও তেনে। এতেকে যি নাম ঘৰত দবা থাকে সেই নাম ঘৰৰ লোক সকলে ইয়াৰ তত্ত্ব বুজি নিয়ম সংযমে দবা মৰা ভাল।

## সিংহাসন

পূৰ্ব্বকালত সিংহাসন আছিল ৰজাৰ ঘৰত। সত্ৰ বিলাকে ৰাজ শক্তি লাভ কৰা সময়ত ৰজাই নাম ধৰ্ম্মৰ উপযুক্ত ভাবি সিংহাসন দিলে সত্ৰ বিলাকত। সত্ৰাধিকাৰ ভকত বৈষ্ণৱ সকলে সিংহাসনক নামেৰে প্ৰতিষ্ঠা কৰি স্থাপন কৰিলে হৰি মন্দিৰত।

ৰাম নাম প্ৰমত্ত সিংহ, পাপ মত্ত মাতঙ্গ স্বৰূপ। প্ৰমত্ত সিংহৰ নাদত, মত্ত মাতঙ্গ পলায় ফাঁত মাৰে। পাপৰূপী মত্ত মাতঙ্গক আক্ৰমণ কৰি প্ৰমত্ত সিংহে যি আসন গ্ৰহণ কৰিলে তাৰ নামসিংহাসন।

ৰাম নাম মহা প্ৰমত্ত সিংহৰ,
ধ্বনি শুনি ৰিণি ৰিণি।
পাপ ময়মত্ত, মাতঙ্গ পলায়
মিলিল হেৰা বিঘনি ॥

তেনে সিংহাসন লয় কোনে? থাকিব লাগে ক'ত? সিংহাসনত থাকে কি? পালিব কেনেকৈ? সিংহাসনৰ আৱশ্যক কি? ইত্যাদি বিচাৰ নাই। লাগে মাত্ৰ সিংহাসন। সিংহাসনৰ উপযুক্ত দেৱতা সহ চৰ্চ্চা, আড়ম্বৰ, জীৱ মুক্তিৰ শক্তি, আৰু ভক্তি সাধনৰ মূলমন্ত্ৰ।

বৰ্ত্তমান সত্ৰাধিকাৰ সকলে কাক কেনে শিক্ষা; কি ক্ষমতাৰে আদেশ দিছে, জানে মাত্ৰ তাৰা সকলে। তত্ব নবুজা মানুহে ভেকুৰা গজা নামঘৰত সিংহাসন থোৱা যেনে নগাৰ হোৰাত নিৰ্ম্মালী থোৱাও তেনে। এতেকে যুগ্য জনে হে বসুন্দৰী ভোগ কৰিব পাৰে, তাক প্ৰতি লক্ষ্য কৰা উচিত। চাব যাতে সৰু নাৱত সৰহ বোজা নহয়। থগা, কৰণি কি? তাৰ দ্বাৰা হয় কি? গুৰুৰ ওচৰত শিক্ষা লোৱা উচিত।

## নাম ঘৰৰ শক্তি।

প্ৰত্যেক খন গাঁৱৰ জন সংখ্যাৰ আত্মাৰ সমষ্টি যিটো, সেয়ে নাম ঘৰৰ শক্তি। নাম ঘৰৰ শক্তিৰ কনিকাই গাঁৱৰ মানুহৰ অন্তৰৰ শক্তি। তেনে দৰে শিষ্য ভকত গুৰু বৈষ্ণৱৰ আত্মাৰ সমষ্টিয়েই সত্ৰৰ নাম ঘৰৰ শক্তি। সেই সত্ৰৰ নাম ঘৰৰ ধৰ্ম্মৰ

শক্তিয়েই অনেক শিষ্য ভকত বৈষ্ণৱৰ গুৰুৰ অন্তৰত বিৰাজ কৰা শক্তি। সেয়ে মানুহৰ হৃদয়ত জ্ঞানৰ পোহৰ দিব পৰা অন্তৰৰ জ্যোতি, সেয়ে পৰম ধামৰ পৰমাত্মা, পৰম ব্ৰহ্ম ঈশ্বৰ।

য'ত শৰণ সৎসঙ্গ ভজন ভক্তিৰ যোগে জীৱই মুক্তি লাভ, নাম প্ৰসঙ্গ বৈকুণ্ঠৰ কল্পতৰু ভাগৱতৰ অমৃতময় ৰসৰ যোগে, পৰমাৰ্থ চৰ্চ্চাৰে জগৎ ব্ৰহ্মময় হব পৰা শক্তিৰ সত্ৰৰ নাম ঘৰত শৰণীয়া ভজনীয়া শিষ্যে জাতি বৰ্ণনিৰ্ব্বিশেষে নিজ নিজ সত্ৰৰ নাম ঘৰত প্ৰবেশাধিকাৰ থকা ভুল হব নোৱাৰে। নিজ গাঁৱৰ মানুহৰ নিজৰ নাম ঘৰত সোমাব পৰা যেনে স্বত্ব এখন সত্ৰৰ নিজ নিজ জাতিবৰ্ণনিৰ্ব্বিশেষে নিজ সত্ৰৰ নাম ঘৰত সোমাব পৰা তেনে স্বত্ব।

গাঁৱৰ ৰাজহুৱা নাম ঘৰ বিলাকত আন গাঁৱৰ হীন কুলীয়া মানুহ প্ৰৱেশৰ কোনো স্বত্ব নাই, সি ৰাইজৰ বিবেচনাধীন। কাৰণ গাঁৱৰ নাম ঘৰৰ লগত আন হীন জাতিৰ সম্বন্ধ নাই।

## ভোৰ-তাল বা ভোঁট-তাল।

মহা পুৰুষে প্ৰচাৰ কৰা হৰি ভক্তি ৰাজমাৰ্গ স্বৰূপ; গতিকে নগা মিৰি মিকিৰ গাৰো যৱন ভোঁট আদিয়ে শৰণ ভজন লব পাৰিছিল। তেনে দৰে কোনো জাতিয়ে, জাতীয় বাদ্য বাজনা আনি দিছিল। ভোটে আনি দিয়া ভোট তালক বৰ্ত্তমান —ভোঁৰতাল বোলে।

ভগৱন্তে অৰ্জ্জুনক নিজমুখে কৈছিল—হাতছাপৰীৰে মোৰ নামকীৰ্ত্তন কৰা ভকতে মোক কিনি লব পাৰে। যদি সচা

তেন্তে নাম প্ৰসঙ্গত তালৰ প্ৰয়োজন কি ? তাৰ কাৰণ—নামৰ লগত তালৰ সম্বন্ধ আছে, যি গুৰুৰ যোগে বুজি লয় সেয়েতাল বায় ; যি নেজানে সি নেবায়। তত্বপৰি অভকত বা এঘৰীয়া মানুহৰ ঘৰত তাল বোৱা মানা। তথাপি নামত মহন্তে ভোৰ তাল লগতে বান্ধি নি যাৰে তাৰে ঘৰতে বায়। তাল নহলে নাম নহয় বুলি নেগায়ো। মহন্ত সকলত কৈ—ভকত বিলাক আৰু এখোপ চ'ৰা। কোনো ভকতে নিজৰ ঘৰত হাত ছাপৰিৰে গায়, আনৰ ঘৰত তাল বায়। কোনো ভকতে ঘৰে পৰে তালেৰেই গায়। গুৰুৱে কাক কি আদেশ দিছে জানে মাত্ৰ তাৰা সকলে।

সত্ৰাধিকাৰ সকলৰ মত এজোৰ তাল গুৰুক দি এজোৰ নিজে বজোৱা। কোনো সকলে তেনে কৰিছেও, কোনো সকলে নকৰিও বায়। কোনোৱে দোজোৰ গোটাব নোৱাৰি তাল বোৱা আশা ত্যাগ কৰে। কোনো নাম লগোৱা ভকতে গুৰুৰ বিনা হুকুমতে বায়। কোনো সকলে ভাবে গুৰু সকলৰ তালৰ সংখ্যা বৃদ্ধি কৰা ইয়ো এটা প্ৰধান উপায়।

হে কৃষ্ণ তযু পাদ পদ্ম, পঞ্জৰ ভিতৰে মোৰ মন,
ৰাজ হংস পশি থাকোক মন সৰ্ব্বথা।
প্ৰাণ পয়ানৰ সময়ত কফ বাতপীত্ত আদি যত,
কণ্ঠ নিৰোধনে তোমাৰ স্মৰণ কথা॥

এই ঘোষাৰ সাৰ মৰ্ম্ম যি, গুৰুৰ ঘৰত এজোৰ তাল দি যোৱাও সি। মৃত্যু সময়ত তেওঁ নাম স্মৰণ কৰিব নোৱাৰিলেও

তাল আৰু নামৰ সম্বন্ধত জীৱাত্মাক বৈকুণ্ঠৰূপী গুৰুৰ নাম গৃহৰ অন্তৰ্গত বুলি ভবা জনে যম দূতক দেখা নেপায়।

প্ৰসঙ্গ তিনি প্ৰকাৰ—সত্ত্ব গুণত কৰ তালিকা; শুশ্ৰাব্য সুৰলা নহলেও মহাত্ম্য অসীম। ৰজো গুণত ভোৰতাল শুশ্ৰাব্য সুৰলা, আৰু আন কথা আহি কাণত নপৰা। তমো গুণত ভোৰতাল দবা নেগেৰাদিৰে মানুহৰ মন মোহা, জ্ঞানহীনৰো মনক টানি আনি নামত লগোৱা।
(তাল সম্বন্ধে আমাৰ বৈষ্ণৱ কীৰ্ত্তন, আৰু বৈষ্ণৱমালা পুথিচাওক)

## নাম ঘৰৰ নিয়ম।

নাম ঘৰৰ কাষে মেলা ছাতি জান বাহন হাতী ঘোড়াত যাব নেপায়। দ'ৰা কন্যা হলেও নামি মূৰ দোঁৱাই যাব। দৰা ওলোৱা পূৰ্ব্বতে নাম ঘৰত সেৱা কৰা উচিত, কন্যায়ো তেনে দৰে; যদি গুৰু গোঁসাই ওচৰত নেথাকে। নহলে উলঙ্ঘা কৰা পাপ। বাটৰ পৰা নাম ঘৰলৈ প্ৰণাম কৰা মানুহ দেৱ তুল্য হয়। নাম ঘৰৰ দুৱাৰ দলিত ওলগ লোৱা সকল ভকতৰ পদ ধূলা শিৰত লৈ পৱিত্ৰ হয়।

পাদুকা ছাতি জাপি লাঠি নামঘৰ আৰু গুৰুঘৰলৈ নিব নেপায়। দোলা, খাটোলা, বৰজাপি ইত্যাদি অলাগতীয়া বস্তু নাম ঘৰত নথব, তাৰ ফল খোৰা কোঙা হয়। নাম ঘৰৰ ভিতৰত খঙ্গেৰে হাত ভাঙ্গি কথা কব নেপায়, বিষাল সৰ্পত জন্ম পায়। অবাচ্য মাত মাতি নাম ঘৰত কথা কলে বোবা হৈ জন্ম

ধৰে। ঈশ্বৰলৈ খোৱা-দ্ৰব্য চুৰকৈ খালে অজীৰ্ণ ৰোগী হয়। নামঘৰৰ ভিতৰত, বা মানী গুৰু জনৰ আগত চুৰত ধপাত খালে খেহ ৰোগী হয়। মদ ভাঙ, ৰাগীয়াল বস্তুৰ জ্বালত ভুল বকিলে ৰলীয়া কুকুৰত জন্ম পায়। ভাগৱতৰ কাপোৰ সোণ ৰূপৰ ফুল চুৰ কৰিলে কুষ্ঠ ৰোগী হয়। হৰি মন্দিৰৰ ভিতৰত শত্ৰুক দেখি খংউঠিলে বিষ হীন সৰ্পত জন্ম পায়। মিছা কথা ফাকি দিলে ঘৃণণীয় অচিন ৰোগ হয়। নাম ঘৰৰ ভিতৰৰ কোনো বস্তু চুৰকৈ খালে বাঘ জন্ম পায়। মিছা শপঠ খালে: চিৰ ৰোগী, নিৰ্ব্বংশী হয়। আনত মিছাকৈ নাম ঘৰত সচা কলে সেই দোষ ভগৱন্তই মাৰ্জ্জনা কৰে। নাম ঘৰত মিছা কলে চিৰ দুখী হয়, আৰু সেই দোষ দহগুণে বৃদ্ধি পায়। ফাকি দিলে আয়ু শ্ৰী নষ্ট আৰু দীন দৰিদ্ৰ হয়। নাম ঘৰৰ ভিতৰত ভাল কাম কৰিলে সদগতি পায়, অসদ কৰ্ম্মত নৰকী হয়। সদ কৰ্ম্মত মানুহক দেৱতা কৰে, অন্যায় অধৰ্ম্মত পিশাচ হয়।

## ৰান্ধনী-বিলনীয়া বা দেউৰী।

সেৱা সকাম ভোজ সবাহত ভকত বৈষ্ণৱ বিপ্ৰ সাধু সন্ত মহন্ত গুৰু গোঁসাই ৰাইজব ল'ৰা ছোৱালীৰ পৰা বুঢ়া বুঢ়ীলৈকে সকলোৱে আশা কৰি থাকে ৰান্ধনী বিলনীয়াৰ মন আৰু হাতে য়ি দিয়ে তাকে খাই তৃপ্তি পাম বুলি। সকামৰ সেৱকীয়েও বিশ্বাস কৰে তেওঁবিলাকৰ হাত আৰু মনেৰেই সকলোকে সন্তোষ দি ভুৰি ভোজনৰ ফল প্ৰাপ্তী কৰাব বুলি। তেনে

স্থলে কাপোৰ বা গামোছাৰে বিলনীয়াৰ মুখ বান্ধি, আন সকলে মিঠৈ মাহ চাউল কল কুঁহিয়াৰ গাখীৰ গুড় কোমল চাউল পৰমান্নেৰে পেট ভৰাই উগাৰি যোৱাটো শোভনীয় নহয়। ভকতক দি যাওঁতেই মুখত ভৰাই যাব খোজা লুভীয়াক বিলনীয়া পতাযুক্তি নহয়। যদি শঙ্কা, মুখৰ সেপ বা লালতি পৰিব, তেন্তে তেনে লেটেৰা। ফেদেলাক বিলনীয়া নেপাতিব। লোভীয়াৰ মুখ বান্ধি নির্লোভীয়ে খোৱা মহাপাপ।

বিলনীয়াই কথা পতা, মাত মতা, নিষেধ। ৰান্ধনী বিলনীয়া সদাই নম্র ৰাইজৰ দাসানু দাস; তেওঁৰ ধর্ম্ম ৰাইজৰ পৰিচর্য্যা। মুখ বন্ধা বিলনীয়া অধার্ম্মীক, অবাধ্য, লোভীয়াৰ পৰিচয় দিয়া মাত্র। মৰণাৰ গৰুক মোখোৰা, মানুহক দিয়া মহাপাপ। বিলনীয়াৰ মুখ বন্ধা ৰান্ধনীৰ খোলা ই-অবিধি। যদি কয় নিশ্বাস পৰিব, পকান্নত ৰান্ধনীৰ নপৰিব নে? বিলনীয়াক প্রতি—পিতা, মাতা, পুত্র, ভার্য্যা যেনে, আনকো দেখিব লাগিব তেনে। হাতৰ মুঠি হীন দেৰি হলেও মনৰ হীন দেৰি মহাপাপ। শত্রু মিত্র আত্মীয় বিলনীয়াৰ প্রতি সকলোটি সমভাব ঈশ্বৰ জ্ঞান। মানুহক বঞ্চিত কৰিলে ঈশ্বৰক বঞ্চিত কৰা হয়।

প্রসাদ অন্ন কি? দিয়ে কোনে খায় কোনে? যি বুজে সেয়ে বিলনীয়া সেয়ে ৰান্ধনী। আপোন পৰ্ ভাল বেয়া, তাকৰ সৰহ বছা ৰান্ধনী বিলনীয়া যমৰ শাস্তিত লঘোনে থাকে। ভকতৰ বস্তু লুকাই থলে শিয়াল জন্ম পায়। ভোজৰ মাংস

লুকাই থলে শগুন জন্ম ধৰে। ভোজৰ মাছ লুকাই থলে কনামুছৰী হয়।

বান্ধনী বিলনীয়াক শত্রু বোধে কোনো বস্তু নুখুজি আধা পেটি কৈ উঠি গলে খুদ মগনীয়াত জনম পায়। দ্ৰব্য থাকিও বঞ্চিত কৰিলে চিৰকাল অন্নৰ বিফলত পৰে। দ্ৰব্য তাকৰত কিঞ্চিত হক, বঞ্চিত মহাপাপ।

উদাৰ চিতৰ সমদৰ্শী বান্ধনী বিলনীয়া—উচ্চ কুলত জন্মি দেৱ তুল্য হয়। আৰু শত শত মানুহৰ অন্নদাতা হয়। গৰ্ব্ব অহঙ্কাৰী বান্ধনী বিলনীয়া শূকৰত জন্ম পায়। সমদৰ্শী বান্ধনী বিলনীয়াৰ সম্পদ বৃদ্ধি হৈ পৰজন্মত মহা সাধুত্বত আনকো পৱিত্ৰ কৰে। সেৱকী বা গৃহস্থৰ অপব্যয় চিন্তা কৰা বিলনীয়া বান্ধনী পৰ জন্মত দৰিদ্ৰ লক্ষ্মীছাৰা হয়। আটুত মুঠি পোহাৰে জোৰাবলৈ যত্ন কৰা বিলনীয়া বান্ধনী আঢ্যবন্ত উচ্চ কুলীয়া ধনীৰ ঘৰত জন্ম পায়। খাঁওটা সকল অপৱিত্ৰ দিওঁটা সকল পবিত্ৰ হব লাগে। বাজে চাফ চিকন অন্তৰত ময়লা থকা অমোচন পাপ। অন্তৰত মহা পাপ লুকাই থৈ বাজে পৱিত্ৰ দেখুৱালে পৰ জন্মত বিষ্ঠাৰ পোক পলু হয়।

বান্ধনী বিলনীয়া বাব লবলৈ গুৰুমুখে তত্ত্ব বুজি লব। অপাৰগে অৰ্চ্চা অৰিহনা আগ বঢ়াই বৈষ্ণৱ নিত্য-কৃত্যখনি পাঠ কৰক। গৰ্ব্ব অহঙ্কাৰ লোভ মোহ মায়া খংৰাগ দূৰ কৰিবলৈ "ভক্তি সাধন" আৰু মহামোহ নামৰ পুথি পাঠ কৰক। গুৰু শিষ্যৰ প্ৰশ্ন আৰু উত্তৰত জ্ঞানলাভ কৰিবলৈ

গুৰু শিষ্য সংবাদ আৰু উপদেশ পুথি দুখনি পাঠ কৰক। কেউ খনি পাঠ কৰি মনস্থ হলে দেৱ তুল্য হব পাৰি।

## গায়ন

বিয়া সবাহ দহা কাজ তিথি পৰ্ব্ব উৎসৱৰ কাৰণে প্ৰতি গাঁৱত খোল বা মৃদঙ্গৰ লাগে এজোৰা গায়ন। তাৰ লগতে একোজোৰা ধোল। আৰু মন আকৰ্ষন কৰিব পৰা বিবিধ বাদ্য বাজনা। হীৰা নাম বৰ সবাহত গাব পৰা উঠা নাম। বড়গীত ঘোষা কীৰ্ত্তন দশম গাব জনা মানুহ। তিকুতাৰ ভিতৰত গোঁসাঞী আগ বঢ়োৱা নাম, বৈঠকীত গোৱা, বিয়া, লগুন দিয়নী, জন্মাষ্টমী, নামঘৰত প্ৰসঙ্গ কৰিব পৰা নামতি।

যি গাঁৱত এনে বোৰ নাই সি নামত গাঁও হলেও লেখত লব লগা নহয়। বস্ত্ৰহীন অলঙ্কাৰ যেনে, বিদ্যা বাদ্যত নিপুণ নোহোৱা গাওঁ খনো তেনে। সেই বোৰেই অকৰ্ম্মণ্য ভোদা, তেনে বিলাকে গাওঁ বুলি পৰিচয় দিয়া ধ্বীকাৰ আৰু লাজ। এতেকে গাঁৱৰ আৱশ্যকীয় যাৱদীয় গুণ বিদ্যা স্ত্ৰী পুৰুষ সকলোৱে গাওঁ বিলাক সজাই পৰাই স্বৰ্গৰ অপ্‌সৰা বিদ্যাধৰী গন্ধৰ্ব্বৰ দৰে পৰিচয় দিবলৈ যত্ন কৰিব।

গণ্যমান্য বিদ্বান শিক্ষিত ভদ্ৰ সকলে নিজৰ গীত বাদ্য বাজনাক ঘৃণাৰে বিদেশী বাদ্য যন্ত্ৰক আদৰ সন্মান কৰোতা জন অসমীয়াৰ লেখত নপৰে। তাৰ দ্বাৰা ইষ্ট দেৱতাক চুকত থৈ বেশ্যাক সেৱা কৰা যেন লাগে। “স্বগৃহে পায়সং

ত্যক্তা ভীক্ষামিচ্ছন্তি দুৰ্ম্মতি” ইত্যাদি। অৰ্থাৎ নিজৰ ঘৰৰ পায়স পৰমান্ন এৰি ভিক্ষাৰ খুদ কনেৰে উদৰ পূৰ্ণ কৰা। কোনো অমসৃন কু-শ্ৰাব্যৰ দোষ থাকিলে সুললিত সুৰলা কৈ লব পৰা ক্ষমতা ঈশ্বৰে দিছে মানুহক।

## গাঁৱৰ বিষয়া সকলৰ কৰ্ত্তব্য।

গাঁৱত বিষয়া বা মূৰ্ব্বি নহলে গাওঁ চলা টান। এতেকে লাগে—মেধি, সাতোলা, ভৰালী, বুজন্দাৰ, বাৰীক, কাকতী, গায়ন বৰা বায়েন পাঠক নাম লগোৱা, আশীৰ্ব্বদীয়া, ওজা, ৰান্ধনী বিলনীয়া নামঘৰিয়া আদি, তাৰ লগতে পাইক। যি গাঁৱত বিষয়া নাই সেই গাওঁৰ শিৰীহন, সি নামত গাওঁ হলেও কামত নহয়।

১। গাঁৱৰ মানুহক সকলো প্ৰকাৰ উন্নত ধৰনেৰে একে বান্ধত চলাব পৰা মেধা শক্তিৰ মানুহক “মেধী” বোলে।

২। সজ উপদেশে সমভাবে ৰাইজক চলাব পৰা জনক “সাতোলা” বা “সাজ তোলা” বোলে। মান সন্মান আদি কৰ্ম্মত মেধি সাতোলা দুয়ো একে।

৩। গুৰু ঘৰৰ অৰিহনা টোপোলা আৰু ৰাইজৰ টকা অপব্যয় নকৰাকৈ সাঁচি সামৰি থোৱা জনক “ভৰালী” বোলে। ভৰালীৰ দায়িত্ব অসীম, মোহ অপব্যয় মহাপাপ।

৪। তিথি পৰ্ব্ব সকাম নিঃকাম সবাহ ভোজত পাল পছা চাউল পয়ছা তোলা। জাননী দি গাঁৱৰ মানুহ গোটাই

অনা। গুৰু গোসাঞী আহিলে সিধা পাতি সকলো যোগাৰ দিয়া জনক "বাৰীক" বোলে।

৫। সকাম নিঃকাম তিথি পৰ্ব্ব ভাৱনা সবাহ ভোজত থেক বহল অনুসৰি দ্ৰব্য বস্তুৰ আৱশ্যক অনুমান কৰি যোগাৰ দিয়াব পৰা জনক "বুজন্দাৰ" বোলে।

৬। ৰাইজৰ বা গুৰুৰ টকা শিকা আয় ব্যয়ৰ জমা খৰচৰ হিচাব নিভূৰ্লে ৰাখিব পৰা জনক "কাকতী" বোলে।

৭। সবাহ বিয়া দহা কাজ ভাৱনাৰ আৰু গুৰু ঘৰৰ নিমন্ত্ৰণ আহিলে ৰাইজক গোটাই নিজ লগতে নি গায়ন বায়ন গোৱাই কাম শেষ কৰি আহিব পৰা জনক "গায়ন বৰা" বোলে

৮। খোল মৃদং অক্ষুন্ন ৰাখি নজনা সকলক শিকাই বুজাই তাল মান সুৰত নিপুণতাৰে গাব বাব পৰা কৰি তোলা জনক "বায়েন" বোলে।

৯। কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, গীতা, ভাগৱত শুদ্ধ-ৰূপে গাই সুৱলা সুৰত মানুহৰ মন আকৰ্ষণ কৰি অৰ্থ কৰ পৰা জনক "পাঠক" বোলে।

১০। তিথি পৰ্ব্ব বৰ সবাহ নাম গোৱা দহা কাজ আদিত ক'ত কেনে দৰে নাম গুণ গীত ঘোষা কীৰ্ত্তনেৰে গাব লাগে তেনে দৰে ডাঙৰ সমাজৰ বহুত মানুহক নাম গোৱাব পৰা জনক—"নাম লগোৱা" বোলে।

১১। আশীর্ব্বাদ সকলোতে একে নহয়। যি সেৱা সকামত যি ভাব তেনে দৰেই সজাই পৰাই সেৱকী আৰু ৰাইজৰ মনৰ ভাব ফুটাই তুলি সন্তোষ লগাই ঈশ্বৰক প্ৰাৰ্থনা কৰিব পৰা জনক "আশীৰ্ব্বদীয়া" বোলে।

১২। উঠা নাম, হীৰা নাম, খুটিতাল, ৰামতাল, ওজাপালিৰ গীত খোলৰ জোৰা শিকাব পৰা গোৱাব পৰা জনক "ওজা" বোলে।

১৩। ৰাইজ বা কোনো এঘৰত ভোজ বহাবলৈ গৈ খাওঁতাৰ সংখ্যা অনুসাৰে দ্ৰব্য বস্তু ছমজি শ্ৰদ্ধা ভক্তিৰে সকলোকে সুন্দৰ কৈ খুৱাই সন্তোষ দিব পৰা জনক "ৰান্ধনী" বোলে।

১৪। খাওঁতাৰ সংখ্যা আৰু দ্ৰব্যৰ পৰিমাণ বুজি সকলোকে সন্তোষ মনে সমান মুঠি পোহাৰে সেৱকীৰ দুৰ্নাম আৰু নিজৰ গা সাৰিব পৰা জনক "বিলনীয়া" বোলে।

১৫। নাম ঘৰক ঈশ্বৰৰ বাসস্থান বৈকুণ্ঠ ভাবি পৰিস্কাৰ পৰিচন্ন ভাৱে দৈনিক শলাবন্তী দি নাম ঘৰেই সৰ্ব্বস্ব সম্পত্তি ভাবি নাম ঘৰক দেহ প্ৰাণ স্বৰূপ শ্ৰদ্ধা ভক্তি থকা জনক "নামঘৰীয়া" বোলে।

এনে বিলাক বিষয়া নহলে গাঁৱৰ বান্ধোন ধিলা পৰি বিশৃঙ্খলা হয়। তাৰ দ্বাৰা কোনো কাম নহয়। এই সকলক লৈ সভা গঠন কৰি গাওঁ চলাব। ইয়াৰ লগতে গাঁৱৰ বৃদ্ধ জ্ঞানী মানী সকলো এক মত হব। উপযুক্ত মানুহৰ অভাৱে

এটাৰ অধিক বাব এজনেও লব পাৰে। বিষয়া সকলৰ মান সন্মান পাব লগা ব্যৱস্থা ৰাখিব। বিষয়া সকল এক মত নহলে গাওঁ নচলে। হিংসা বৈৰতা সকলো ত্যাগ কৰি সমভাবে পাইক সকলক আবৰি লব।

## বিষয়া সকলৰ উপযুক্ত পুথি।

বান্ধনী বলনীয়াৰ বৈষ্ণৱ নিত্য কৃত্য, আৰু ভক্তি সাধন। ওজা গায়ন বায়নৰ—মালিতা পুথি। আশীৰ্ব্বদীয়াৰ—আশীৰ্ব্বাদ। পাঠকৰ কীৰ্ত্তণ দশম ঘোষা ৰত্নাৱলী ভাগৱত, গীতা। গোপিনী সকলৰ মহিলা কীৰ্ত্তন, বৈষ্ণৱ কীৰ্ত্তন, বিয়া নাম! সাতোলা ভৰালী মেধি আদি আন আন বিষয়া সকলৰ ভক্তিতত্ত্ব দৰ্পন, বৈষ্ণৱমালা। নাম লগোৱাৰ বৈষ্ণৱ কীৰ্ত্তণ, কীৰ্ত্তন, ঘোষা, ভক্ত সকলৰ মহামোহ, পাষণ্ড মৰ্দ্দন, পাষণ্ডদলন, গুৰু শিষ্য সংবাদ, পৰমাৰ্থ তত্ত্ব, উপদেশ আৰু ঘোষামৃত। লাগতীয়াল পুথি তাবৎ সত্ৰ পুথি ভৰালৰ পৰা ৰাইজক যোগাব দিবলৈ প্ৰস্তুত আছে।

## হৰি মন্দিৰ মাৰ্জ্জনৰ ফল।

ইক্ষ্বাকু বংশত জয়ধ্বজ নামে এজন একছত্ৰী ৰজাই, হৰি মন্দিৰ মাৰ্জ্জন কৰিছিল। তেওঁৰ পুৰুহিত বিতি হোত্ৰই শুধিলে আপুনি ত্ৰৈলোক্যৰ ৰজাহৈ মন্দিৰ মৰ্জ্জন কৰে কিয়? তেওঁ কলে পূৰ্ব্বত মই যজ্ঞমালি নামে বৈশ্য

আছিলো। মোৰ বৃত্তি আছিল বেশ্যালয় আৰু পৰ দ্ৰব্য হৰণ পৰ পীড়া। পিতৃ মাতৃ ভাতৃয়ে বাধা দিব নোৱাৰি মাৰি কিলাই খেদি দিলে অৰণ্যলৈ। ক্ষুধা তৃষ্ণাত ভ্ৰমিফুৰুতে জীৰ্ণ শীৰ্ণ হৰি মন্দিৰ পালো। পৰিষ্কাৰ কৰি তাতে নিদ্ৰাগলো। সৰ্প দংশনত তাতে মোৰ মৃত্যু ঘটিল। যম দূতে বান্ধি ললে, বিষ্ণু দূতে মুক্ত কৰি দিলে। সেই মন্দিৰ মাৰ্জ্জনৰ ফলত ইক্ষ্বাকু কুলত মই এক ছত্ৰী ৰাজা। মই নিজে মন্দিৰ মাৰ্জন কৰো সেই কাৰণেই।

## মাৰ্জ্জনৰ মহাত্ম্য

হৰিৰ মন্দিৰ যিটো কৰন্ত মাৰ্জ্জন।
তাৰ পুণ্য ফল যত নহয় গণন॥
জ্ঞানে বা অজ্ঞানে তাক নলৱে বিচাৰ।
সৰ্ব্ব পাপ খণ্ডি হয় ভব ভয় পাৰ॥
স্বজ্ঞানত কৰে যিটো মন্দিৰ মাৰ্জ্জন।
সাৰ্থক তাহাৰ হোৱে মনুষ্য জীৱন॥
ধনীয়ে কৰন্ত দিব্য হৰিৰ মন্দিৰ।
ইষ্টক পাষান ৰৌপ্যে স্নুবৰ্ণ প্ৰাচীৰ॥
তৃণ কাষ্ঠ দিয়া কৰে দৰিদ্ৰে নিৰ্ম্মাণ।
তথাপি মাৰ্জ্জন ফল জানিবা সমান॥
হেন জানি কৰা হৰি মন্দিৰ মাৰ্জ্জন।
জীৰ্ণ শীৰ্ণ যেন হৌক মন্দিৰ নিৰ্ম্মাণ॥

## ধৰ্ম্মৰাজৰ বাণী

হৃদয়ত কৰে যিটো হৰিক স্মৰণ।
কিম্বা যিটো কৰে হৰি মন্দিৰ মাৰ্জ্জন॥
শ্ৰৱণ কীৰ্ত্তণ কৰে অৰ্চ্চন বন্দন।
দাস্য সখ্য ভাব আৰু আত্ম নিবেদন॥
তাৰ অধিকাৰ তোৰ নাহি কদাচন।
সৰ্ব্ব পাপক্ষয় তাৰ শুন দূতগণ॥ মহাভাৰত
হৰি মন্দিৰ মাৰ্জ্জণ ঘৃননীয় নহয় ই অতিশ্ৰেষ্ঠ॥

## সভাৰ কৰ্ত্তব্যতা

গাঁৱৰ মানুহৰ বাট পদূলী দলং পুখুৰীৰ পানীৰ অৱস্থা, ল'ৰা ছোৱালী বিলাকৰ বেমাৰ আজাৰত ঔষধ পাতি পোৱাৰ ব্যবস্থা কৰা আৰু শিক্ষা, স্বভাব, চৰিত্ৰ সম্বন্ধে নামঘৰতে বহি সমালোচনা কৰা। গাঁৱত চুলি দন হাই কাজিয়া কুৰ্চ্চুত কপট খংৰাগ উগ্ৰতা উত্তেজিত অন্যায় অধৰ্ম্ম, মদ ভাঙ চুৰত মলা ধপাতত অপব্যয়ে, বিলাসীতাৰ প্ৰবলতা, চোৰ ডকাইতৰ প্ৰকোপ, ঈশ্বৰক প্ৰতি অশ্ৰদ্ধা অভক্তি আদিৰ কথা আলোচনা কৰা। দয়া স্নেহ প্ৰীতি সৰলতাহীন, কৃষি বাণিজ্যত অমনোযোগ, দুৰ্ণাম অখ্যাতি অৰীতিঅশান্তি অপ্ৰীতি নিৰ্ম্মূল কৰণৰ অৰ্থে অন্ততঃ মাহেতুবাৰকৈ বহি সভাৰ পৰা যথোচিত বিধান হাতত নললে গাঁও বিলাকৰ মঙ্গল নহয়।

## নামঘৰৰ বাট চ'ৰা

নামঘৰৰ টুপতে লগাই বা অলপ আতৰাই এটা মুখ ঘৰৰ আৱশ্যক। যাতে কোনো জনে ছাতি জাপি জোটা খৰম লাখুটি তাতে থৈ নামঘৰ সোমাব পাৰে। তদুপৰি বাদ কুবাদ অশ্লীল মেল শোধ ইত্যাদি নামঘৰৰ বাজে কৰিলে মৰ্য্যদা ৰক্ষা হয়।

## নাম ঘৰৰ কৰ্ত্তব্য

নামঘৰৰ সীমাত ভৰি দিয়া মাত্ৰ ঈশ্বৰৰ বাসস্থান ভাবি প্ৰণাম কৰিব। বিনা পদ প্ৰক্ষালনে নামঘৰ সোমাব নেপায়। কাৰণ আন অপৱিত্ৰ ঠাইৰ কনিকা বা ধূলি ভৰিত লাগি আহি নাম ঘৰত পৰিব পাৰে। জ্ঞানী সকলে দুৱাৰ মুখৰ ওলগত ভকতৰ ধূলা শিৰত লয়। তেনে স্থলে অপৱিত্ৰ ধূলি ভৰিৰ পৰা নামঘৰত পেলোৱা দোষ। তদুপৰি "সমস্তৰে আত্মা হৰি পৰম বান্ধব" বুলি সেৱা কৰি তিনিবাৰও ভকতৰ ধূলা কপালত লৈ পৱিত্ৰ হয়। নামঘৰত পদ্মাসন আৰু লেপেটা কাঢ়ি নবহি আন দৰে বহিব নেপায়। আৰু চৰিয়া বা কোনো বাচন লৈ মুখ ধুব নেপায়, তাৰ দ্বাৰা নামঘৰ উলঙ্ঘাৰ পাপ হয়। প্ৰত্যেক দিনে নামঘৰত বন্তী জলোৱা গাঁৱৰ লৰা ছোৱালী বিলাক জ্ঞানী হয়। বন্তী জলোৱা জনে বিষ্ণুলোক পায়। এতেকে মনত ৰাখিব এয়ে নামঘৰৰ দৈনিক কৰ্ত্তব্য বুলি।

# নাম ঘৰত গুৰু গোসাঁই অতিথি।

যাৰ স্থিতিৰ স্থান নাই, সেয়ে অতিথি। তেওঁক শুশ্রূষা কৰিলে ঈশ্বৰ সন্তোষ হয়। নাম ঘৰলৈ আঁচিনাকি গুৰু গোসাঁই আহিলেও নিজ গুৰুৰ দৰে উচ্চ সন্মানৰ পাত্র। গাঁৱৰ পৱিত্র ঠাই একমাত্র নামঘৰ, তাত যি অতিথি তেওঁ সকলেৰে পূজনীয়। কোনো এখন সত্রৰ অধিকাৰ বা ডেকা ধৰ্ম্মৰ মালিক, তেওঁক সন্তোষ নকৰিলে হৰি সন্তোষ নহয়। হৰি সন্তোষ নহলে ৰাইজৰ অন্নজলৰ নাটনি নহব কিয়? এঘৰীয়া আলহিকো সন্মান কৰে, দেৱগৃহৰ আলহিক সন্মান নকৰা মহাপাপ। অতিথি অসন্তুষ্ট হলে গৃহলক্ষ্মী আতৰি যায়, আৰু পিতৃ পিতামহ শাপ দিয়ে।

বিশেষ কৈ গুৰু সকল গাঁৱলৈ অহা পৰম সম্পদ। কাৰণ "গৃহতে থাকিয়া দেখিলো তযুচৰণ" সি পৰম ভাগ্য। তাৰাৰ লগত ২।৪ আষাৰ ঈশ্বৰৰ গুণ কীৰ্ত্তণ কৰিলে সেয়ে সাধুসঙ্গ হয়।

যেনে—যদি ভৱভয় সঙ্গ মনে ইচ্ছা কৰা ভাই,
সাধুসঙ্গ সদা কৰা সাৰ।
একক্ষন মানে মাত্র, কেৱলে সাধুৰ সঙ্গ
হোৱে নাৱ ভৱ তৰিবাৰ॥

সাধু সকল পৃথিৱীত জন্ম ধৰে ভৱকূপত পৰি থকা জীৱ বিলাকক উদ্ধাৰৰ অৰ্থে। তেনে দৰে গুৰু গোঁসাই সন্ত

মহন্ত সকল আছে গাঁৱৰ মানুহ বিলাকক সদ উপদেশৰ যোগে কল্যাণ কৰিবলৈ।

## গাঁৱৰ নাম ঘৰত ভাৱনা।

বৰ্ত্তমান কালত প্ৰায় বিলাক গাঁৱত ভাৱনা কৰে। সি ধেমালিনে ধৰ্ম্ম ? যদি ধেমালি, তাক কোৱা অনাৱশ্যক। যদি ধৰ্ম্ম তেন্তে পূৰ্ব্ব ৰীতি নীতিৰে কৰা ভাল। ধৰ্ম্মৰ আৰু মঙ্গলৰ অৰ্থে মহাপুৰুষ শঙ্কৰ দেৱৰ ৰচিত নাটেই প্ৰধান। ইচ্ছা কৰিলে ভাৰত পুৰাণৰ ঈশ্বৰৰ লীলা সিয়ো লেখত নপৰা নহয়। প্ৰথম নাট মেলোতে শ্ৰদ্ধা ভক্তিৰে মাহ প্ৰসাদ দি গুৰু ঘাটৰ যোগে আৰম্ভ কৰিব। ভাৱনাৰ দিনা সমীপৰ গঞাঁ বৈষ্ণৱক নিমন্ত্ৰণ দিব। পুৱাবেলাতে সবাই সফুৰা নাম কীৰ্ত্তনেৰে সেৱা জনাই অন্তত জা জল খুৱাব। তাৰ পাছত গায়ন বায়ন ভাৱনাৰ জোৰা উঠা পূৰ্ব্বলৈকে। শিৰৰ খুটাত দুফালে দুজন নহলেও এজন অধিকাৰ গোঁসাইক সন্মানেৰে বহুৱাব। আড়িয়া, ম'টা, অগ্নি গড়, আঁৰ কাপোৰ একো বাদ নিদিব। বৰধেমালি সৰু ধেমালি, সূত্ৰ ধেমালি, ঘোষা ধেমালি একো বাদ দিব নেপায়।

পূৰ্ব্বকালত কৈ যোৱা কথা, কৰি যোৱা কাম, ৰংখং বেজাৰ ৰণ, বিগ্ৰহ, হত্যা তদ্ৰুপ, দেখুৱাই যাৰ পৰা আহিকে ভাৱনা বোলে। আগৰ কালত আনে কৰা কৰ্ম্মৰ ভাৱ ভঙ্গি আনি আনে দেখুৱাৰ নাম ভাৱনা। অৰ্থাৎ ভাৱ + অনা ভাৱনা ঈশ্বৰৰ

লীলা মানুহে মানুহক অবিকল অটুত ভাবে দেখুৱাই গুণ গীত কীৰ্ত্তনেৰে মানুহৰ মন আকৰ্ষন কৰিব পৰা যি শক্তি বৰ্ত্তমান কালত সেয়ে শত অশ্বমেধ যজ্ঞ সদৃশ। মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱে চিহ্ন যাত্ৰাত দেখুৱা সাত বৈকুণ্ঠ যেনে, ঈশ্বৰৰ লীলা এই ভাৱনাও তেনে। ইয়াৰ লগত গুণগীত তাল খোলেৰে ভক্ত সকলৰ কৰ্ণত মৌ বৰষা, ই গোবিন্দৰ প্ৰেম অমৃত নদী বৈকুণ্ঠৰ পৰা বৈ আহা সোঁতা।

বঙ্গদেশত শ্ৰীশঙ্কৰৰ চিহ্ন যাত্ৰাৰ নকল ৭ বছৰৰ পাচত সৃষ্টি কৰে। বৰ্ত্তমান কালৰ থিয়েটাৰ, শঙ্কৰ দেৱেৰ কৃত চিহ্ন যাত্ৰা অনুকৰণ মাত্ৰ।

ভাৱনাৰ দিনা অনেক আগ পাচ অভাৱ অশুদ্ধক পুণৰ শুধৰাই পাঠকৰি আপৰাধ ভঞ্জন প্ৰাৰ্থনাৰ নাম নাট সামৰা।

## দৰ্শক সকলক প্ৰতি শ্ৰদ্ধা।

ভাৱনাৰ মালিক সকলে সাৱধানে যত্ন লব, যাতে দৰ্শক বৃন্দ অসন্তুষ্ট নহয়। প্ৰথম বহাৰ সুবিধা, আদৰ সাদৰ, পাছত এটি গুৱা পানেৰে সন্মান। তাৰা সকলৰ টান কথা অত্যাচাৰ সাধ্য-মত সহ্য কৰিও সন্তোষ দিব। সেৱকী বা সকামৰ মালিক সকল নম্ৰ বিনয়ী নহলে সেৱাৰ ফল নধৰে। নিমন্ত্ৰিত বা অনিমন্ত্ৰিত লোকে অসন্তোষ পালে সেৱা সকামৰ শ্ৰীভ্ৰষ্ট হয়। কোনো জনে নিন্দা গালি ঠাট্টা বিদ্ৰুপ কৰিলেও প্ৰশংসাজ্ঞান কৰিব। দন হাই কাজিয়া হলে পক্ষ বিপক্ষ নকৰি তুতি মিনতিৰে আঘাত

নোপোৱাকৈ ভাঙ্গি দিব। এদলৰ সহন গুন হলে ইদলে নিজম পৰিব নিজেই। ৰাতি টোপনি খতি কৰি ভাৱ ভাৱৰীয়াক ৰখি চাই থাকিবলৈ নিমন্ত্ৰণ কৰিলেও পোৱা টান। তেনে স্থলে অনিমন্ত্ৰণতে ভাৱ ভাৱৰীয়াক উৎসাহ দি ৰখি থকা দৰ্শক সকলক সাক্ষাত ঈশ্বৰ জ্ঞান নকৰিলে ভাৱনাৰ শুভ ফল নেপায়। দৰ্শক সকলেই ভাৱনাৰ মূল। দৰ্শক নহলে ভাৱনা কৰিব কাৰ আগত? পানী নথকা বৰ পুকুৰী যেনে, দৰ্শক গোট নোখোৱা ভাৱনাটোওতেনে।

ভাৱনা আৰম্ভৰ পূৰ্ব্বত এশৰাই গুৱা পান সহ সেৱা জনাই ৰাইজক সভা উৎচৰ্গীদিব। তাৰ পাছত গণ্ডগোল কৰোতা সকল ৰাইজ ৰজা গুৰু ঈশ্বৰ দ্ৰোহী পাতকত শ্ৰীনষ্ট হয়। বিশেষকৈ হৰি গুন লীলা চৰিত্ৰ শ্ৰৱন কীৰ্ত্তন দৰ্শন শ্ৰদ্ধাৰে তৃপ্তিৰ আসাত অহা সকল প্ৰধান ভক্ত স্বৰূপ সি সকলক অনাস্থা অমান্য কৰা সকল পাপী।

## দৰ্শক সকলৰ কৰ্ত্তব্য।

দৰ্শক সকলেৰ ভাৱনা চাই তৃপ্তি নেপালে নিজে আতৰি যাব, তথাপি হৰি কীৰ্ত্তণ লীলা চৰিত্ৰত কোঢ়াল কৰি মহাপাপ ছপাই নলব। ঈশ্বৰৰ গুন কীৰ্ত্তণ শ্ৰদ্ধা বা অশ্ৰদ্ধা কৰিলে ঈশ্বৰে তাৰ ফল পৰ জন্মলৈ সাঁচি থয়। একান্ত মনে চালে শুনিলে বৈকুণ্ঠৰ পৰিষদ হবলৈ পায়। অশ্ৰদ্ধাৰে আন কথা পাতিলে পৰজন্মত কলা হয়। ঈশ্বৰৰ লীলা তুচ্ছ কৰি হাই কিৰিলিৰে ভাৱৰীয়াক বাধা জন্মালে যমে উগ্ৰশাস্তি দিয়ে আৰু তপত শলাৰে কানত

খোছে। ভাৰভাৰৰীয়াক নেচাই আন ফালে দৃষ্টি কৰিলে পৰ কালত অন্ধ হয়। সিয়াঁৰি উলঙ্ঘা কৰিলে যমৰ দূতে জিভা কাটি পেলাই। যেনে "হৰি কীৰ্ত্তনক কৰে ধিককাৰ। কাটিবে জিহ্বাক আন্তিলে তাৰ ॥"—যেই সেই কোনো প্ৰকাৰে ঈশ্বৰৰ লীলা কীৰ্ত্তণত বাধা জন্মালে আয়ুশ্ৰী নষ্ট হৈ কুকুৰ জন্ম পায়। হৰি কীৰ্ত্তণ বা লীলা চৰিত্ৰত আন গীত বাদ্যেৰে বাধা জন্মালে শিয়াল জন্ম ধৰি হোৱা দি ফুৰিবলৈ পায়।

মানুহে মানুহক লগ পালে আনন্দ পায়, পৰস্পৰ বন্ধু ভাব কৰে, বাটত পালেও অত্মীয় ভাবে মঙ্গল বাতৰি লয়। একে ঠাইত বহুত প্ৰজা গোট খালে আত্মাৰ সমষ্টিক ঈশ্বৰ ভাবি হৃদয়ত ধ্যান কৰে। একে ঠাইত বহুত কুকুৰ গোট খালে কোঢ়ালত মানুহ থাকিব নোৱাৰা হয়। বাটত পালেও কামোৰা কামুৰি কৰে। কাৰোবাৰ ঘৰলৈ কোনো টো গলেও খেদাত তিনি ভুবন দেখে। মানুহে মানুহক তেনে আচৰণ নকৰে; আৰু তেনে মানুহ নায়ো। হৰিগুণ কীৰ্ত্তন শ্ৰদ্ধাৰে শুনিলে উচ্চ বংশত জন্মলৈ উচ্চ মৰ্য্যদাত থাকে। আৰু সকলোৰে পূজনীয় সেৱাৰ পাত্ৰ হয়।

কোনো সকলে নামঘৰত ভাৱনা কৰিব নিদিয়ে, ৰ'ভাদি কৰে। তাৰ মানে আগলৈ ৰীতি বহে বুলি। ভাৱনাক প্ৰতি ঘৃণা অভক্তি ভাব অগা সকলে ভাৱনা নকৰা ভাল। নহলে ভাৱনাক প্ৰতি ঘৃণা নিন্দাৰ ৰভাত কৰা দোষ। নামঘৰত কৰা ভাৱনা অশ্বমেধ যজ্ঞৰ ফল পায়।

# ভাৱনাৰ ফলাফল

প্ৰত্যেক গাঁৱত প্ৰতি বছৰে শ্ৰদ্ধা ভক্তিৰে ভাৱনা এটি কৰাই ভাল। সৰহ হলে আমনি লাগে শ্ৰদ্ধা কমি যায়। অধিক ভাৱনা পাতি পোছাকত কেৰেয়া ভৰা দৰিদ্ৰৰ চিন। ভাৱনাৰ সাৰাংশ বুজি বেয়া ভাগ বাদ দি ভালৰ ভাগ মনত ৰাখিব নোৱাৰিলে ভাৱনা কৰা নকৰা একে। আনে ভাৱনা কৰিছে আমিও কৰো, তেনে নহয়, ভাৱনাৰ মূল্য কি বুজি কৰা ভাল। বজৰুৱা পোছাক নহলে ভাৱনা নহয়, তেনে ভবা ভুল। ভাৱৰীয়াই ভালকৈ ভাও দিব জানিলে সাধাৰণ পোছাকতে ভাৱনা ভাল হয়। ঘৰত বোৱা বা খদ্দৰ কাপোৰ নানা ৰঙ্গে ৰঞ্জিত কৰি চম্‌কি গুনাৰে ইচ্ছামতে সজাই ললেই উত্তম পোছাক হয়। লোকৰ পোছাক আনি ভাৱনা কৰা লাজ। একে পোছাককে কেৰেয়া দি অনেক মানুহে ভাৱনা কৰা মূল্য হীন মাত্ৰ। পোছাকে ভাৱনা ভাল নকৰে; ভাৱনা ভাল কৰে ভাও দিব জনা ভাৱৰীয়াই। যেয়ে যি ভাও লয়, সেয়ে সেই দৰে স্বভাব, গতি, গোত্ৰ ঠাও মাও কথা অঙ্গি ভঙ্গি গহীন গাম্ভীৰ্য্য অবিকল তেনে দৰে মানুহক বিশ্বাস কৰাব যি পাৰে সেয়ে ভাৱৰীয়া সেয়ে ভাৱনা ভাল কৰে। টিকা জাপ ডাঙ্গৰ দাবি দিলেই ভাৱনা নহয়। যাৰ যেনে পূৰ্ব্বৰ আকৃতি বল বিক্ৰম স্বভাব অটুত দেখাব যি পাৰে সেয়ে ভাৱৰীয়া। দৰ্শকৰ মণ আকৰ্ষণ কৰি আনন্দ দিব নোৱাৰা নিন্দনীয়, আনন্দ দিব পৰা টো প্ৰসংশনীয়। যত্ন কৰিব প্ৰশংসা পাবলৈ।

# আবিয়ৈৰ বিয়া অপৰাধীৰ পৰাধ।

দুখীয়া দৰিদ্ৰ মানুহ মৃত্যু হলে দহাকাজত মাটি বাড়ী বন্ধক গৰু মহ গহনা বিক্ৰী কৰাই জল পান খোৱা ৰাইজ মহাপাপী।

মৰাৰ লগত জীয়াক মাৰি মৰাৰ ছাল টানি খোৱা হয়। তাকে নকৰি অসমৰ্থ দুখীয়া দৰিদ্ৰক প্ৰতি মাহ চাউল তামোল পানেৰেই মৃতকক মুক্তি যি দিয়ে, সেয়ে জ্ঞানী, সেয়ে কৃপালু, সেয়ে ভকত। অনেকে ৰাইজতকৈ বাপু সকলৰ হেচাত দহা কাজ যি কৰিব পৰা নাই—সেই সকলে এবথলা কাঁহি, এটি পিয়লা, এটি লোটা, এদথৰ কাপোৰ গামোচাৰেই কৰাবলৈ, যত্ন যি কৰে সেয়ে ব্ৰহ্ম জানাতি ব্ৰাহ্মণ। তেওঁৰ চৰণত সেৱা কৰি ২॥০ টকা দক্ষিণাৰে বিদাই দিব। মৃতকৰ নামত অনেক বস্তু উৎচৰ্গী দি এজনক চহকী কৰা কথাটো গাঁৱৰ সভাই সমালোচনা কৰা উচিত।

দৰিদ্ৰ দুখীয়া দৰা কণ্যাৰ প্ৰতি মাহ চাউল চাহ পানী তামোল পানেৰে বিয়া সমাধা কৰা ৰাইজ উচ্চ খাপৰ জ্ঞানী। মাক বাপেকে কণ্যা বিক্ৰী, দৰাই মাটি বাড়ী বন্ধক দি জলপান খোৱা ৰাইজ নহয়, ৰাক্ষস। দুখীয়া ছাল ছিগাক প্ৰতি দহা কাজ, বিয়াত সহায় দি কাম সমাধা কৰা ৰাইজ দেৱতুল্য হৈ পৰ কালত স্বৰ্গসুখ লাভ কৰে। যাৰ শক্তি সমৰ্থ আছে, মৃতাহে, বিবাহে ভূৰি ভোজন নকৰালে কৰ্ম্মৰ ফল নেপায়।

---

## গাওঁ ভঙ্গা, খেল ফটা

গাওঁ ভাঙ্গে কোনে? কুট বুদ্ধিৰ অভিমানী লোকে। যি নিজৰ দোষ দেখে সি আনৰ দোষ নোখোছৰে। যি নিজৰ দোষ নেদেখে সি আনৰ দোষ খুছৰি ফুৰে। জ্ঞানীয়ে নিজৰ দোষ নিজে সংশোধন কৰি আনকো শুধৰাই লয়। অজ্ঞানীয়ে নিজৰ দোষ ধাকন দি আনৰ দোষ খুছৰি দিয়ে। যি দোষীয়ে দোষ স্বীকাৰ নকৰি সত্যক লুকাবলৈ যত্ন কৰে, সি মহা পাপীৰ সীমা নাই। ইহকালত: আত্মীয় কুটুম্বই ঘৃণা কৰে, পৰকালত বিষ্ঠা মূত্ৰ ভোগ কৰিবলৈ পায়। পুনৰ জন্মত দৰিদ্ৰ বেমাৰী হৈ ভীক্ষাত অন্ন নিমিলা হয়। দোষ নোহোৱা মানুহ নাই। দেৱতাৰো দোষ আছে কিন্তু সত্যক প্ৰচাৰ কৰি সংশোধন কৰিলে পৱিত্ৰ হব। পবিত্ৰ হব নোৱাৰা দোষ পাপ ঈশ্বৰৰ সৃষ্টিত নাই। "সত্যং ন গোপায়তে" সত্যক গোপন কৰা মহাপাপ। সত্য কথা অপ্ৰিয় হলেও প্ৰকাশ কৰা ধৰ্ম্ম। সত্যত প্ৰায়শ্চিত্ত আছে, মিছাত নাই। আনৰ দোষত আকোৰ গজালিকৈ ধৰি গাওঁ ভঙ্গা খেল ফলাতকৈ অধৰ্ম্ম নাই। মিছা ভেন, মিছা তৰ্ক, মই বৰ, মই কৰা বোৰ ধৰ্ম্ম আনে কৰা বোৰ অধৰ্ম্ম। মোৰ বিলাক শাস্ত্ৰীয়, আনৰ বিলাক অশাস্ত্ৰীয়, যি এনে দৰে ভাবে সেয়ে অপণ্ডিত।

স
সমাপ্ত
প্ত

# গোহাৰি

জগত গুৰু শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ প্ৰচাৰিত মহাপুৰুষীয়া বা ভাগৱতী ধৰ্ম্মৰ পৰা ক্ৰমশ আতৰি গৈ মানুহে পথ এৰি বিপথে যোৱাটো—সম্পূৰ্ণ বুজিব পাৰি তলত নাম দিয়া পুথি কেই খন লিখি মহাপুৰুষৰ আচল শুদ্ধ সত্ব ধৰ্ম্মটো কেনে তাক সকলো ৰাইজে বুজিব পৰাকৈ ছাপা কৰি আমাৰ সত্ৰ পুথি ভঁৰালত মজুত ৰখা হৈছে। ধৰ্ম্মানুৰাগী ভকত বৈষ্ণৱ সকলে নিজে বুজি আনকো বুজাব লৈ এবাৰ পাঠ কৰি চাবলৈ অনুৰোধ কৰো। যাক যি লাগে পত্ৰ পঠালেই ভিঃ পিঃ ডাকত পঠোৱা হয়।

| | |
|---|---|
| বৈষ্ণৱ কীৰ্ত্তন | পৰমাৰ্থ তত্ত্ব |
| বৈষ্ণৱ মালা | ৰাম বনবাস |
| বৈষ্ণৱ নিত্য কৃত্য | সীতাৰ বন বাস |
| ভক্তি তত্ত্ব দৰ্পণ | ধ্ৰুব চৰিত্ৰ |
| নাম ধৰ্ম্ম | চাণক্য সংস্কৃত শব্দাৰ্থ সহ |
| শৰন | দশম ( টানশব্দৰ অৰ্থ সহ ) |
| ঘোষা মৃত ( অৰ্থ ভাঙনী ঘোষা ) | ৰত্নাৱলী ( টানশব্দৰ অৰ্থ সহ ) |
| কীৰ্ত্তন পুথি ( শাঁচি পাতৰ আকাৰৰ ) | |
| | মহিলা কীৰ্ত্তন |
| গুৰু শিষ্য | বৃহৎ পাষণ্ড দলন |
| পাষণ্ড মৰ্দ্দন | মায়া মোহ |
| ভক্তি সাধন | হৰি মন্দিৰ |

ঠিকনা—সত্ৰ পুথি ভঁৰাল, ধলৰ সত্ৰ পোঃ—যোৰহাট।